Bharatiya Sanskritir Dhara—Written by Shri Bijoy Bhagawati, New Delhi and Published by Progressive Publishers, P-284, C. I. T. Road, Calcutta-11.
1st Edition July, 1964. **Price Rs. 2·00**

প্ৰকাশক :

প্ৰ'গ্ৰেচিভ পাব্লিচাৰ্চ
পি-২৮৪, চি-আই-টি ৰ'ড
কলিকতা-১১

মুদ্ৰক :

শ্ৰীপ্ৰণবগোপাল গোস্বামী
ৰূপনন্দা প্ৰেছ
১৩৮।১ আচাৰ্য প্ৰফুল্ল চন্দ্ৰ ৰ'ড
কলিকতা-৬

প্ৰথম প্ৰকাশ :

জুলাই ১৯৬৪

মূল্য : ২·০০

# পাতনি

আচাৰ্য্য বিনোৱা ভাবেৰ একেষাৰ কথাৰ ওপৰত—তাৰে ভাৱ লৈ প্ৰৱন্ধ দুটামান লিখিবলৈ প্ৰেৰণা পাইছিলো। সেই প্ৰৱন্ধকিটাকে কিতাপ আকাৰে ছপাই উলিওৱাৰ এই প্ৰয়াস।

কিতাপখনত বিজ্ঞানৰ বা অন্য বিষয়ে দিয়া তথ্য-পাতি আৰু অঙ্কবিলাক বিশ্ব ৰাষ্ট্ৰ সঙ্ঘৰ কৃষি বা অৰ্থনীতি বিভাগৰ ৰিপোৰ্টৰপৰা, অধ্যাপক হেৰিচন ব্ৰাউন আৰু ব্ৰাট্ৰেণ্ড ৰাচেল প্ৰমুখ্যে বৈজ্ঞানিক আৰু দাৰ্শনিক কেইজনমানৰ কিতাপ বা প্ৰৱন্ধৰপৰা সংগ্ৰহ কৰা হৈছে।

কিতাপখনৰ মূলভাৱটোৰ কাৰণে ওপৰত উল্লেখ কৰা খ্যাত-নামা লোকসকলৰ ওচৰৰ আমি সুজিব নোৱৰাকৈ ধৰুৱা। তেখেত-সকললৈ মই মোৰ অন্তৰৰ গভীৰ শ্ৰদ্ধা নিবেদন কৰিছো।

ভাৱ বা তথ্য-পাতি আনৰপৰা লোৱা হৈছে যদিও কিতাপখনৰ যুক্তিবিচাৰৰ দায়িত্ব সম্পূৰ্ণভাৱে মই নিজে গ্ৰহণ কৰিব লাগিব। ভাৱ, তথ্য বা অঙ্ক নানা ঠাইৰপৰা ললেও, নিজৰ মতেহে যুক্তিবিলাক অৱতাৰণা কৰা হৈছে। সেই কাৰণে, যুক্তি বিচাৰৰ আৰু সিদ্ধান্তৰ যি দোষ-ত্ৰুটী ঘটিছে, সেই সকলো মোৰ নিজৰ।

কিতাপখন ছপা কৰোতে, প্ৰুফ চোৱাৰ অসুবিধাত কিছু ভুল থাকি গ'ল। ই বৰ পৰিতাপৰ বিষয়। আশাকৰো, ৰাইজে তাৰ কাৰণে আমাক ক্ষমা কৰিব।

শ্ৰীবিজয় ভাগৱতী

# ভাৰতীয় সংস্কৃতিৰ ধাৰা

এই যুগৰ সকলো ক্ৰান্তিকাৰী চিন্তাধাৰাৰ ভিতৰত বিশেষ ক্ৰান্তিকাৰী একেষাৰ কথা কৈছে সন্ত ৱিনোবাই। তেখেতে কোৱা কথাষাৰ হৈছে যে, ধৰ্ম আৰু ৰাজনীতিৰ যুগ পাৰ হৈছে। তেখেতৰ মতে এইটো হৈছে আধ্যাত্মিকতা আৰু বিজ্ঞানৰ যুগ। ধৰ্মৰ ঠাইত আধ্যাত্মিকতা আৰু ৰাজনীতিৰ ঠাইত বিজ্ঞানৰ প্ৰয়োগৰ এই যুগ। বেদ, কোৰাণ আৰু বাইবেলৰ ঠাইত বেদান্ত, কোৰাণান্ত আৰু বাইবেলান্তৰ যুগ। এজন অন্তৰ্দৃষ্টিসম্পন্ন ঋষিৰ যুগান্তকাৰী এই বাণী।

যিজন পুৰুষে আজিৰ ৰেল, জাহাজ, মটৰ আৰু এৰোপ্লেনৰ ক্ষিপ্ৰ গতিৰ দিনত পদযাত্ৰা কৰি যোৱা দহ বছৰত ভাৰতৰ ইমূৰৰপৰা সিমূৰলৈ পৰিভ্ৰমণ কৰিছে, যিজনৰ খোৱা-মেলা, পোছাক-পৰিচ্ছদ আদি জীৱন-যাত্ৰাৰ প্ৰণালী পুৰণিকলীয়া মানুহৰ দৰে, সাধু-সন্ন্যাসীৰ দৰে, তেখেতেই আকৌ ভাবৰ ৰাজ্যত খলকনি লগোৱা এনে বৈপ্লবিক কথাষাৰ কৈছে। ৱিনোবাজীৰ ব্যক্তিত্বৰ দৰে তেখেতৰ এই কথাষাৰো ভাৰতীয় ঐতিহ্য আৰু সংস্কৃতিৰ এটা অনন্যসাধাৰণ দৃষ্টান্ত।

ভাৰতীয় সংস্কৃতিৰ প্ৰধান লক্ষণেই হৈছে স্থৈৰ্য আৰু গতিৰ সমন্বয়। বাহিৰৰপৰা দেখাত ই ধ্যান-গম্ভীৰতাত নিশ্চল—নিস্পন্দ। ভাৰতীয় সংস্কৃতিৰ এই স্থৈৰ্যৰ দিনটোৰ ওপৰত যথেষ্ট বেছি মনোযোগ আকৰ্ষণ হৈছে যদিও ইয়াৰ গতি নোহোৱা নহয়। গতিৰ দিশটো হয়তো এই কাৰণেই পাহৰণিত বা অৱহেলাত পৰা সম্ভৱ হৈছে যে, বাহিৰত ধৰিব আৰু বুজিব পৰাকৈ জীৱনৰ বা কামৰ ক্ষেত্ৰত বহুত শ বা হেজাৰ বছৰ ধৰি ভাৰতত গতি সঞ্চাৰ হোৱা দেখা নাযায়। ভাৰতত গতিৰ দিশটো প্ৰকাশ পাইছে ভাবৰ ৰাজ্যত। কৰ্মক্ষেত্ৰত

ভাব বা চিন্তাৰ ৰাজ্যত গতি বা ক্ৰান্তি সৃষ্টি কৰাৰ ওপৰত অধিকতৰ গুৰুত্ব যে আৰোপ কৰা হৈ আহিছে, তাত সন্দেহ নাই। সেই কাৰণে, বিজ্ঞানতকৈ দৰ্শনৰ ক্ষেত্ৰত ভাৰতে বেছি প্ৰাধান্য লাভ কৰিছে। ই এটা প্ৰহেলিকা যে, কৰ্মৰ ক্ষেত্ৰত সেই হিচাপে প্ৰকাশ নেপালেও ভাৰতৰ ভাবৰ ৰাজ্যত সদায়েই নতুন নতুন সম্পদ সৃষ্টি হৈ আহিছে। ভাৰতৰ মানুহে সামাজিক দস্তুৰ বা জীৱন-যাত্ৰাৰ প্ৰণালীৰ পৰিবৰ্তন সহজে গ্ৰহণ নকৰিলেও, বৈপ্লৱিক ভাব সহজে গ্ৰহণ কৰে। মধ্যযুগীয় —কেতিয়াবা আদিম যুগীয় পৰিবেশৰ মাজত, আধুনিকতম অতি ক্ৰান্তিকাৰী ভাব ভাৰতত সৃষ্টি হৈছে আৰু মানুহে তাক সহজে সাধাৰণভাৱে গ্ৰহণ কৰিছে।

গান্ধীজীৰ জীৱনত আধুনিক সকলো আহিলা-পাতি বা সম্পদ বৰ্জন কৰাৰ চেষ্টা স্পষ্টভাৱে দেখা দিছিল। জুপুৰি, কেঁচা ভেটিৰ ঘৰ এটাৰ মজিয়াত বহি লেখা-পঢ়া কৰা, কুঁৱাৰপৰা ৰচিৰে হেপুচি হেপুচি পানী তোলা, মাটিত বহি জাতত এমুঠি এমুঠিকৈ আটা পিহা, হাতেৰে মাৰি কাগজ তৈয়াৰ কৰা আদি দৃশ্য আজিকালিৰ যন্ত্ৰ জগতত খাপ নোখোৱা দৃশ্য। কিন্তু তাৰ মাজত থাকি সেই সকলো পৃষ্ঠ-পোষকতা কৰি, গান্ধীজীয়ে যিবিলাক কথা কৈছিল, সেইবিলাকে বিজ্ঞান বা যন্ত্ৰ জগতৰ সৰ্বোচ্চ উন্নতিকো চেৰাই গৈছিল। গান্ধীজীয়ে সমাজত নাৰীৰ স্থান সম্পৰ্কে যি মতামত প্ৰকাশ কৰিছিল, কোনো আধুনিক সমাজতে তাতকৈ নাৰীৰ কাৰণে প্ৰগতিশীল কথা কোনেও কোৱা নাই। মানুহৰ সমাজত অৰ্থনৈতিক ক্ষেত্ৰত সকলোতকৈ বেছি অৱহেলিত আৰু অত্যাচাৰত থকা বনুৱা আৰু সামাজিক ক্ষেত্ৰত নানা সামাজিক অন্যায় ভুগি থকা হৰিজনসকলৰ হৈ যুদ্ধ কৰিবলৈ গান্ধীজীয়ে যিমান ডাঙৰ অৰ্থনৈতিক আৰু সমাজ বিপ্লৱৰ কথা কৈছিল, আধুনিক কোনো অৰ্থনৈতিক বা সমাজ বিপ্লৱেই তাতকৈ বেছি বৈপ্লৱিক নহয়। উন্নত দেশবিলাকৰ ৰাষ্ট্ৰনায়কসকলে যেতিয়া জাতীয় প্ৰেমৰ সংকীৰ্ণতাত অন্ধ হৈ পৃথিবীত দাবানল জ্বলাইছিল,

তেতিয়া এখন পৰাধীন দেশৰ স্বাধীনতাৰ যুদ্ধৰ সেনাপতি হিচাপে গান্ধীজীয়ে দেশৰ স্বাধীনতাতকৈও এক বিশ্বজনীন আদৰ্শৰ কথাত বেছি জোৰ দিছিল। তেওঁ ভাৰতৰ যি স্বাধীনতাৰ সপোন দেখিছিল, তেওঁ যি স্বাধীনতাৰ কাৰণে যুদ্ধ কৰিছিল, তাত পৃথিবীৰ কাৰো স্বাৰ্থৰ লগত সংঘৰ্ষৰ কাৰণেই নাছিল। তেখেতে যেতিয়া ভাৰতৰ স্বাধীনতাৰ ৰণভেৰী বজাইছিল, তেতিয়া তাৰ মাজেদি বিশ্বমানৱতাৰ সুৰ ফুটি ওলাইছিল। মহাত্মাজীয়ে সেই সুৰতে কথা কৈছিল, যি সুৰত অতীত ভাৰতৰ ঋষিয়ে সমগ্ৰ বিশ্বৰ মানুহক—শত্ৰু-মিত্ৰ, সৰু-ডাঙৰ সকলোকে অমৃতৰ সন্তান বুলি সম্বোধন কৰিছিল।

ভাৰতীয় সংস্কৃতিৰ বহুত কথা বাহিৰৰপৰা চালে পৰস্পৰ বিৰোধী যেন লাগিব পাৰে, কিন্তু অন্তঃসলীলা ফল্গু নদীৰ ধাৰাৰ দৰে সকলো দৃশ্যমান অসামঞ্জস্যৰ অন্তৰালত গান্ধী-ৱিনোবাজীলৈকে ভাৰতীয় সংস্কৃতিৰ সামঞ্জস্যৰ একেটা ধাৰা প্ৰবাহিত হৈ আছে। আধুনিক যন্ত্ৰ-শিল্পৰ যুগত গান্ধীজীৰ যঁতৰৰ বাণী আৰু ৰাজনীতিৰ জয় যাত্ৰাৰ, আজিৰ যুগত ৱিনোবাজীয়ে ৰাজনীতিৰ ঠাই বিজ্ঞানে আৰু ধৰ্মৰ ঠাই আধ্যাত্মিকতাই লোৱাৰ বিষয়ে কোৱা কথাষাৰ ওপৰে ওপৰে চালে বাস্তৱতাৰ বিৰোধী আৰু সামঞ্জস্যহীন যেন লাগিব পাৰে; কিন্তু অলপ দকৈ চালে তাৰ গভীৰ তাৎপৰ্য উপলব্ধি হ'ব।

---

## ৰাজনীতিৰ পট পৰিবৰ্তনৰ যুগ

মানুহৰ ইতিহাসৰ অগ্ৰগতিত ৰাজনীতি আৰু ধৰ্মই যে বিশেষ বৰঙনি যোগাই আহিছে, এই কথা নিশ্চয় কোনেও অস্বীকাৰ কৰিব নোৱাৰে। ৰাজনীতি সম্পৰ্কে যদি আমি আলোচনা কৰো তেন্তে দেখিম যে, ৰাষ্ট্ৰ পৰিচালনা বা শান্তি-শৃঙ্খলাৰ কাৰণে শাসনৰ দায়িত্বৰ কথা বাদ দিলেও, ৰাজনীতিৰ বিশেষ অৱদান আছে।

ৰাজনীতিৰ সৰ্বশ্ৰেষ্ঠ অৱদান হৈছে যে, ই মানুহক বিভিন্ন বিষয়ৰ ভিতৰত সমন্বয় সাধনৰ আৰু সামাজিক দৃষ্টি-ভংগীৰ সন্ধান দিছে। এজন ৰাজনৈতিকৰ সাৰ্থকতা এয়ে যে, বিভিন্ন ক্ষেত্ৰৰ বিশেষজ্ঞসকলৰ এক দেশদৰ্শী বিচাৰ-ভংগীৰ ভিতৰত তেওঁ সামঞ্জস্য স্থাপন কৰিব পাৰে। যিমানেই বেছি ডাঙৰ বিশেষজ্ঞ তিমানেই তেওঁ নিজৰ ক্ষেত্ৰত, নিজৰ কামত ইমান গভীৰভাৱে ডুবি থাকে যে, তাৰ বাহিৰে তেওঁ একো নেদেখে, হয়তো কোনো কোনো বিষয়ে একো নুবুজেও। বিশেষ জ্ঞানে বহুত সময়ত সাধাৰণ জ্ঞান নোহোৱা কৰিব পাৰে। যিজন চিকিৎসা, ইঞ্জিনিয়াৰিং বা কোনো এক বিজ্ঞানৰ একান্ত সাধক, পৃথিবীৰ আন কথালৈ কাণ দিবলৈ তেওঁৰ সময় নাই। যোগী পুৰুষে ঈশ্বৰ আৰাধনাৰ বাহিৰে, শিক্ষাবিদে শিক্ষা প্ৰচাৰৰ বাহিৰে, চিকিৎসকে স্বাস্থ্যৰ বাহিৰে, ইঞ্জিনিয়াৰে নিৰ্মাণ কাৰ্যৰ বাহিৰে পৃথিবীৰ যাৱতীয় সমস্যা সমাধান কৰিবলৈ আন কোনো উপায় নাই বুলি ভাবে আৰু কয়। ইংলণ্ডৰ খ্যাতনামা ৰাজনৈতিক ডিজৰেলিয়ে কৈছিল :

"You should never trust experts, if you believe the Doctors, nothing is wholsome if you believe the Theologians, nothing is innocent, if you believe the Soldiers, nothing is safe"

"তুমি বিশেষজ্ঞক কেতিয়াও বিশ্বাস কৰা উচিত নহয়। তুমি যদি ডাক্তৰক বিশ্বাস কৰা তেন্তে কোনো স্বাস্থ্যবান নোলাব, তুমি যদি ধৰ্ম যাজকক বিশ্বাস কৰা, একোৱেই পবিত্ৰ নোলাব, তুমি যদি সৈনিকক বিশ্বাস কৰা, একোৱেই নিৰাপদ নহয়।"

এটা ফালৰপৰা চাই এই কথাষাৰ কোৱা হৈছে। মূল কথা হৈছে যে, বিশেষজ্ঞৰ অৱদানৰেইহে মানুহৰ জ্ঞানৰ ভড়াল চহকী হৈছে, যদিও সমাজ বা ৰাষ্ট্ৰ পৰিচালনাৰ কাৰণে বিভিন্ন বিভাগৰ বিশেষ জ্ঞানৰ ভিতৰত সামঞ্জস্য স্থাপনৰ প্ৰয়োজন আছে। যিসকলে

এই প্ৰয়োজন পূৰণ কৰে তেওঁলোক কোনো এটা বিষয়ত বিশেষজ্ঞ নহ'ব পাৰে, কিন্তু তেওঁলোকৰ প্ৰতিভা হৈছে বিভিন্ন দৃষ্টি-ভংগীৰ ভিতৰত সামঞ্জস্য বা ঐক্য স্থাপনৰ প্ৰতিভা :—এখন ছবি সমগ্ৰ হিচাপে দেখাৰ প্ৰতিভা। এওঁলোকেই হৈছে ৰাজনৈতিক শ্ৰেণী। এওঁলোকৰ বিজ্ঞান সামঞ্জস্য সাধনৰ বিজ্ঞান-ৰাজনীতি। সেই হিচাপে ৰাজনীতিৰ প্ৰয়োজন অতীতত আছিল; বৰ্তমানেও আছে, ভবিষ্যতেও কেতিয়াও নোহোৱা হৈ নাযায়।

কিন্তু ইতিহাসৰ ঘটনাৱলীয়ে ৰাজনীতিৰ এই মূল ধৰ্মতকৈ ৰাজনীতি শব্দটোৰ লগত ৰাষ্ট্ৰ ক্ষমতাৰহে ঘনিষ্ঠ সম্পৰ্ক স্থাপন কৰিছে। ইতিহাসে ইয়াৰো সাক্ষী দি আছে যে, ৰাষ্ট্ৰ ক্ষমতাধৰ্মী ৰাজনীতি মানুহৰ সমাজত সংঘৰ্ষ, বিভেদ আৰু অশান্তিৰ কাৰণ : কিন্তু সেই বুলি ইয়াকো ক'ব নোৱাৰি যে, ৰাষ্ট্ৰ ক্ষমতাৰ যি ৰাজনীতি সি সদায় দোষণীয় বা অনিষ্টজনক। জনতাৰ বা শক্তিশালী ব্যক্তিৰ উশৃংখল ক্ষমতাৰ ঠাইত ৰাজতন্ত্ৰ, স্বেচ্ছাচাৰী ৰাজতন্ত্ৰৰ ঠাইত সামন্ত-ৰাজ, সামন্তৰাজৰ ঠাইত গণতন্ত্ৰ প্ৰতিষ্ঠাৰ কাৰণে যি ৰাজনৈতিক প্ৰচেষ্টা, সি ক্ষমতাধৰ্মী হলেও ক্ৰান্তিকাৰী আৰু মানুহৰ সমাজৰ কাৰণে ক্ৰমবৰ্ধমান হিচাপে মংগলজনক। ইয়াকো জানিব লাগিব যে, মানুহৰ ইতিহাসত এনে সময়ো পাৰ হৈ গৈছে, যেতিয়া হয়তো ৰাজনৈতিক স্বাৰ্থৰ সংঘৰ্ষ ব্যক্তি, শ্ৰেণী, খেল বা জাতিৰ স্বাৰ্থৰ সংকীৰ্ণতাৰে দুষ্ট আছিল, যদিও জীয়াই থাকিবলৈ মানুহৰ বা যি কোনো জন্তুৰ যুদ্ধ কৰাৰ যি অধিকাৰ সেই অধিকাৰ আইনমতে স্বাভাৱিক।

আমাৰ আলোচনাৰ বিষয় হৈছে, আজিৰ অৱস্থাত ক্ষমতা-অভিশপ্ত ৰাজনীতি বৰ্জন কৰিলে মানুহ সমাজৰ কোনো প্ৰকাৰে ক্ষতি হোৱাৰ আশংকা আছে নে নাই! বিষয়টো ভালকৈ আলোচনা কৰিলে আমি দেখিম যে সভ্যতা-সংস্কৃতিৰ যি স্তৰলৈ আজি মানুহ উঠিছে বা উঠিব পৰাৰ সুযোগ সুবিধা দেখা দিছে, সেই স্তৰত ৰাষ্ট্ৰ-

ক্ষমতা প্ৰয়োগৰ বা ৰাজনীতিৰ কূট কৌশলৰ—'মিকেয়ভেলীয়' খেলৰ কোনো প্ৰয়োজন নাই। তেওঁলোকৰ ৰাজত্বৰ দিন উকলিছে। মহাত্মা গান্ধী আৰু কাৰ্লমাক্স দুয়ো নিজৰ নিজৰ দৃষ্টি-ভংগীৰপৰা এনে এটা সময়ৰ কল্পনা কৰিছে যেতিয়া ৰাষ্ট্ৰ কৰ্তৃত্বৰ প্ৰয়োজন নহ'ব। তেখেতসকলৰ আশা যে সভ্যতা-সংস্কৃতিৰ সৰ্বোচ্চ স্তৰত যেতিয়া মানুহ উঠিব, তেতিয়া ৰাজদণ্ড বা শাসনৰ ভয় নেথাকিলেও মানুহে নিৰ্বিঘ্নে আৰু শান্তিৰে বসবাস কৰিব পাৰিব।

কিন্তু বাস্তৱ দৃষ্টি-ভংগীৰে চালে সেই যুগটো আহিছে বুলি ভবাতো এটা অলীক কল্পনা যেন লাগিব। দৰাচলতে আজি ৰাষ্ট্ৰৰ হাতত ক্ষমতা সকলো দেশতে বাঢ়িছেহে। ক্ৰমে ই সৰ্বব্যাপী আৰু সৰ্বগ্ৰাসী হৈ পৰিছে। দুষ্টক দমন আৰু শিষ্টক পালনেই আজি ৰাষ্ট্ৰৰ দায়িত্ব নহয়।

নাগৰিকৰ আৰু সামাজিক আৰ্থিক সমস্যাৰ দায়িত্বও ৰাষ্ট্ৰৰ ওপৰত পৰিছে। বৰ্তমান কালত জনসাধাৰণেও ৰাষ্ট্ৰৰপৰা সকলো বিচাৰে —তেওঁলোকৰ সকলো সমস্যা সমাধানৰ কাৰণে ৰাষ্ট্ৰকে দায়ী কৰে। সেই কাৰণে, জনকল্যাণকামী ৰাষ্ট্ৰই জনকল্যাণৰ কাৰণে আৰ্থিক-ক্ষেত্ৰতো কৰ্তৃত্ব আৰু নিয়ন্ত্ৰণ কৰিব লগা হয়। এনেকৈ ক্ৰমে ৰাষ্ট্ৰৰ ক্ষমতা বাঢ়ি গৈ আছে। মূলধনী প্ৰথাৰ অবাধ বাণিজ্য নীতিৰ বিৰুদ্ধে সংৰক্ষিত স্বাৰ্থৰপৰা জনসাধাৰণৰ স্বাৰ্থ ৰক্ষাৰ অৰ্থে এটা শ্ৰেণীয়ে আন এটাক শোষণ কৰাৰ বাট বন্ধ কৰিবলৈ পৰিকল্পনা আৰু নিয়ন্ত্ৰণৰ জৰিয়তে ৰাষ্ট্ৰক্ষমতা প্ৰয়োগ কৰাটো বাঞ্ছনীয়ও। প্ৰথম অৱস্থাত এনে ৰাষ্ট্ৰকৰ্তৃত্ব সমাজবাদী সমাজ প্ৰবৰ্তনৰ কাৰণে অপৰিহাৰ্য। এই কথাৰ ওপৰত ভিত্তি কৰি তৰ্ক তুলিব পাৰি যে যি সময়ত জনসাধাৰণৰ কল্যাণকামী সমাজবাদী সমাজ প্ৰতিষ্ঠাৰ উদ্দেশ্যে ৰাষ্ট্ৰক্ষমতাৰ বিশেষ প্ৰয়োগৰ প্ৰয়োজন, সেই সময়ত ৰাজ-নীতিৰ অৱসানৰ কথা কোৱাতো অকল নিৰৰ্থকেই নহয়, সৰ্বসাধাৰণৰ দৃষ্টিকোণৰপৰা চালে অহিতকাৰীও নহয় নে? এনে তৰ্কৰ প্ৰসংগত

স্বীকাৰ কৰিব লাগিব যে, ৰাজনীতিৰ সুদীৰ্ঘ ইতিহাসৰ শেষ ছোৱাত আজি ৰাজনীতিয়ে এটা সৰ্বোচ্চ অৱদান দিব লগা আছে। ই পৃথিবীত সমাজবাদী বিশ্বৰাষ্ট্ৰ প্ৰতিষ্ঠাৰ অৱদান। কিন্তু সমাজবাদী ৰাষ্ট্ৰ প্ৰতিষ্ঠাৰ প্ৰয়োজনৰ কথা মানি লৈও কিছু দূৰলৈ চালে দেখা যাব যে, যিমানেই ভাল উদ্দেশ্য নহওক ৰাজনীতিৰ আজি যি উগ্ৰ আৰু ব্যাপক প্ৰয়োগ সিয়েই ৰাজনীতিৰ পট পৰিবৰ্তনৰো সূচনা কৰিছে। এই প্ৰসংগত ইয়াকো মনত ৰখা উচিত যে, ক্ষমতা বুলিলেইই দুফালে ধাৰ থকা ক্ষুৰৰ দৰে। ৰাষ্ট্ৰক্ষমতাৰ কেনেকৈ অপপ্ৰয়োগ হৈছে ইতিহাসত আমি তাৰ বহুত প্ৰমাণ পাই আহিছো। বৰ্তমানেও ৰাষ্ট্ৰক্ষমতা সদায়েই জনসাধাৰণৰ কল্যাণ বা সমাজবাদৰ কাৰণেহে যে প্ৰযোজিত হৈছে বা হ'ব সেই কথা ক'ব নোৱাৰি। ক্ষমতাৰ অপপ্ৰয়োগৰপৰা ৰক্ষা পৰিবলৈ আজি ৰাজনীতিৰ ধাৰাৰে আমূল পৰিবৰ্তন কৰিবৰ প্ৰয়োজন। ক্ষমতা, ৰাজনীতিৰ বিভীষিকা সম্পৰ্কে আজি বিশেষ সাৱধান হ'ব লগা হৈছে এই কাৰণে যে জনসাধাৰণে আগৰদৰে ৰাজনৈতিক আন্দোলন বা বিপ্লব কৰি কৃতকাৰ্য হোৱা সম্ভৱপৰ হ'ব নে নহয় ই এটা প্ৰশ্ন হিচাপে দেখা দিছে। জনমত বা জনসাধাৰণৰ বিক্ষোভে গৱৰ্ণমেণ্টবিলাকৰ ওপৰত আজিকালি প্ৰভাৱ নকৰে, এনে কথা নহয়। আজিকালি যেতিয়া আৰু ৰাজনৈতিক চেতনা ৰাইজৰ মাজত বাঢ়িছে তেতিয়া গৱৰ্ণমেণ্টবিলাকে বিশেষকৈ গণভোটৰ ওপৰত নিৰ্ভৰ কৰা গৱৰ্ণমেণ্টে আগৰ তুলনাত দেশৰ জনমতৰ প্ৰতি বেছি মনোযোগ দিব লগা হৈছে। আগৰ তুলনাত আজিকালি আন্তৰ্জাতিক জনমতৰ প্ৰভাৱো বৰ বেছি। কিন্তু প্ৰশ্ন হৈছে, যদি আজি কোনো দেশত ৰাষ্ট্ৰক্ষমতা হাত কৰাৰ পিছত এদল মানুহ স্বেচ্ছাচাৰী হৈ পৰে, গণতন্ত্ৰৰ নিৰ্বাচন পদ্ধতিও বাতিল কৰি দি প্ৰতিক্ৰিয়াশীলভাৱে ৰাজত্ব চলাব খোজে, তেন্তে তাৰ বিৰুদ্ধে সাধাৰণ ৰাইজে শাসন আৰু সমাজ ব্যৱস্থাৰ পৰিবৰ্তনৰ কাৰণে আন্দোলন বা বিপ্লব কৰি কৃতকাৰ্য হোৱাৰ সম্ভাৱনা কিমান বেছি। এনে প্ৰশ্ন

অৱতাৰণা কৰাৰপৰা কে'নেও যেন নাভাবে যে সদায়েই বিপ্লবৰ প্ৰয়োজন আছে। কোনো দেশৰ সংবিধান অনুসৰি প্ৰতিষ্ঠিত আৰু পৰিচালিত গৱৰ্ণমেণ্টৰ বিৰুদ্ধে বিপ্লবৰ কথা সাধাৰণতেই উঠিব নোৱাৰে,—উঠা উচিত নহয়। সদায় বিপ্লবৰ জয়ধ্বনি দিয়াৰ কোনো অৰ্থ নাই। কিয়নো, বিপ্লবৰ অৱস্থা আৰু প্ৰয়োজন কদাচিতহে দেখা দিয়ে। সাধাৰণতে, আইনমতে প্ৰতিষ্ঠিত ৰাষ্ট্ৰত শান্তি আৰু শৃংখলা ৰক্ষা কৰি ৰচনাত্মক কাম কৰাই দেশবাসীৰ কৰ্তব্য; কিন্তু কেতিয়াবা এনে এটা চূড়ান্ত অৱস্থা দেখা দিব পাৰে যেতিয়া জনসাধাৰণে বিপ্লব কৰি ৰাষ্ট্ৰ আৰু সমাজ ব্যৱস্থাৰ মৌলিক পৰিবৰ্তন কৰা, এক ঐতিহাসিক প্ৰয়োজন হ'ব পাৰে। তেনে পৰিবৰ্তন কৰিব নোৱাৰাতো প্ৰগতিৰ পৰিপন্থী। এটা ক্ষমতাশালী দলে ক্ষমতাত থকা আন এটা দলৰপৰা ৰাষ্ট্ৰযন্ত্ৰ অধিকাৰ কৰিলে ৰাষ্ট্ৰ বা সমাজ ব্যৱস্থা পৰিবৰ্তনৰ প্ৰয়োজন পূৰণ হ'ব নোৱাৰে। মিলিটেৰীয়ে বিদ্ৰোহ কৰি ৰাষ্ট্ৰক্ষমতা অধিকাৰ কৰিলেও অৱস্থা ভাল হ'ব নোৱাৰে। মিলিটেৰী ৰাজনীতিৰ মেৰপাকত সোমোৱাতো কাৰো কাৰণে কেতিয়াও শুভ হ'ব নোৱাৰে। পৃথিবীৰ বা কোনো দেশৰ সমূহ সাধাৰণ ৰাইজে যেতিয়া অনুভৱ কৰে যে ৰাষ্ট্ৰ বা সমাজত বৈপ্লবিক পৰিবৰ্তনৰ প্ৰয়োজন হৈছে, তেতিয়া তেওঁলোকে বিপ্লব কৰাৰ অধিকাৰ আছে আৰু তেনে বিপ্লবে উন্নতিৰে সূচনা কৰে। এনে বিপ্লবৰ কৃতকাৰ্যতাৰ সম্ভাৱনা সম্পৰ্কেই ওপৰত দিয়া প্ৰশ্নৰ অৱতাৰণা হৈছে।

দুৰ্ভাগ্যক্ৰমে যোৱা কিছুমান বছৰৰ ইতিহাসৰপৰা দেখা গৈছে যে, কোনো ৰাষ্ট্ৰই মিলিটেৰী শক্তি গণতান্ত্ৰিক ৰীতিৰ বিৰোধীতা কৰিও অবাধে প্ৰয়োগ কৰিব পাৰে। জনসাধাৰণৰ বিপ্লব দমন কৰা আজি আগতকৈ বেছি সম্ভৱপৰ হৈছে। আগৰ দিনত ই তেনেকৈ সম্ভৱপৰ নাছিল। এই কাৰণেই যে, তেতিয়া গৱৰ্ণমেণ্ট বা মিলিটেৰীৰ হাতত এনে মাৰণ অস্ত্ৰ বেছি নাছিল, যাৰ বিৰুদ্ধে ভয়শূন্য আৰু সুসংগঠিত

জনতাই বিপ্লব কৰা সম্ভৱ নাছিল। কিয়নো তেতিয়া মিলিটেৰীৰ অস্ত্ৰবল আৰু জনতাৰ অস্ত্ৰবলৰ ভিতৰত মৌলিক হিচাপে বিশেষ পাৰ্থক্য নাছিল। সংখ্যাবলত বলী বিক্ষুব্ধ জনশক্তিয়ে তেতিয়া ৰাষ্ট্ৰ-ক্ষমতাৰ বিৰুদ্ধে কৃতকাৰ্য হোৱা অসম্ভৱ নাছিল। কিন্তু আজি মিলিটেৰীৰ হাতত যিবিলাক অস্ত্ৰ-শস্ত্ৰ আছে তাৰ বিৰুদ্ধে সাধাৰণ ৰাইজে বিপ্লব কৰি কৃতকাৰ্য হোৱা ক্ৰমে যেন বেছি টান হৈ পৰিছে। সেয়েহে আজি কিছুদিনৰপৰা মিলিটেৰী 'কুপ্-ডি-টাটে'ৰ কথাহে শুনা গৈছে। জনতাৰ বিপ্লৱৰ কথা তেনেকৈ শুনা হোৱা নাই। এয়েহে আচৰিত কথা যে যুদ্ধ বা 'কুপ-ডি-টাটে' আজি দেশ এৰো-খনৰ মানুহৰ আদৰ্শবাদ ৰাতিৰ ভিতৰতে বদলি কৰি দিব পৰা হৈছে। যোৱা মহাযুদ্ধৰ পিছত এফালে ৰাচিয়া আৰু আনফালে মিত্ৰপক্ষৰ বিজয়ী সৈন্যবাহিনী যিমান ক্ষিপ্ৰতাৰে আগবাঢ়ি গ'ল আৰু কোঠ মাৰি বহিল সেই হিচাপে সেই সেই দেশবিলাকত ৰাজনৈতিক মতবাদ গঢ়ি উঠিল। বিজয়ী ৰুচবাহিনী আগবাঢ়ি যোৱাৰ বাবে পূব ইউৰোপত কমিউনিষ্ট ৰাষ্ট্ৰ গঠন হ'ল। সেই দিনাৰপৰা তাৰ ৰাইজে কমিউনিজিমৰ আদৰ্শ গ্ৰহণ কৰি শান্তিত বসবাস কৰিছে নে নাইগা তেওঁলোকে নিজৰ মত প্ৰকাশৰ কাৰণে, নিজৰ মতে শাসন প্ৰতিষ্ঠাৰ কাৰণে আন্দোলন কৰিব নোৱাৰা হৈছে, সেই সম্পৰ্কে সন্দেহৰ অৱকাশ আছে। বিজয়ী সৈন্যবাহিনী পূব জাৰ্মাণী বা পশ্চিম জাৰ্মাণীলৈ যোৱাৰ আগতে তাৰ জনতাই যদি কমিউনিজিমেই হওক বা গণতন্ত্ৰই হওক গ্ৰহণ কৰিলেহেঁতেন তেতিয়া ক'বলৈ একো নাছিল। কিন্তু আচলতে তেনে হোৱা নাছিল। হাংগেৰীত কি পৰিমাণে নিভাজ জন আন্দোলন হৈছিল কোৱা টান। তাৰ অন্তৰালত বাহিৰৰ শক্তিৰ হাত থকাৰো অভিযোগ হ'ব পাৰে ; কিন্তু এইটোও ঠিক যে, জন আন্দোলন হ'বলৈ যেতিয়া তাত তেনে আন্দোলনৰ প্ৰয়াস হৈছিল, তেতিয়া নিষ্ঠুৰভাৱে তাক দমন কৰা হৈছিল।

আজিকালি আৰু এটা ডাঙৰ জটিলতা এই কাৰণে দেখা দিছে যে,

আগৰ কালত সাম্ৰাজ্য বা উপনিবেশৰ যি ৰাজনীতি আছিল, তাৰ পৰিবৰ্তন হৈছে। সম্প্ৰতি স্বাধীন দেশবিলাকত বিশেষকৈ নতুনকৈ হোৱা দেশবিলাকত বিভিন্ন ৰাজনৈতিক মত আৰু স্বাৰ্থৰ যি সংঘৰ্ষ আছে, কোনো কোনো ক্ষমতাশালী দেশৰ কাৰণে তাৰ সুযোগ লোৱাৰ অভিসন্ধিয়েই আন্তৰ্জাতিক ৰাজনীতি হৈ পৰিছে; কংগোৰ ঘটনা, লুমাম্বাৰ হত্যা ইয়াৰ এটা জ্বলন্ত দৃষ্টান্ত।

গণতন্ত্ৰৰ পদ্ধতি মতে চলা ৰাষ্ট্ৰত ৰাইজৰ হাতত এটা ডাঙৰ অধিকাৰ আছে। তেওঁলোকে নিৰ্ধাৰিত সময়ৰ পিছত সাধাৰণ নিৰ্বাচনত গৱৰ্ণমেণ্ট পৰিবৰ্তন কৰিব পাৰে। কিন্তু নিৰ্বাচনত গৱৰ্ণমেণ্ট পৰিবৰ্তন কৰাৰ অধিকাৰ আৰু বিপ্লৱৰ জৰিয়তে ৰাষ্ট্ৰ ব্যৱস্থাৰ পৰিবৰ্তনৰ কথা একে নহয়। গণতান্ত্ৰিক দেশত সাধাৰণ নিৰ্বাচনত গৱৰ্ণমেণ্টৰ পৰিবৰ্তন হ'ব পাৰে, কিন্তু ৰাষ্ট্ৰ আৰু সমাজৰ আমূল পৰিবৰ্তন কৰিবলৈ জনসাধাৰণে কেতিয়াবা যদি বিপ্লব কৰাৰ প্ৰয়োজন বোধ কৰে তেতিয়া অগণতান্ত্ৰিক দেশত দেখা দিয়াৰ দৰে নহলেও গণতন্ত্ৰতো ডাঙৰ অসুবিধা দেখা দিয়াৰ ভয় নোহোৱা নহয়।

চৰম অৱস্থাত বিশেষভাৱে জাতীয় প্ৰয়োজন দেখা দিলেও জনসাধাৰণে প্ৰতিষ্ঠিত ৰাষ্ট্ৰৰ বিৰুদ্ধে থিয় দি কৃতকাৰ্য হ'ব নোৱাৰাৰ যি আশংকা আজি দেখা দিছে, সি প্ৰগতিশীল লোকসকলৰ কাৰণে চিন্তাৰ কথা হৈ পৰিছে। শক্তিশালী ৰাষ্ট্ৰযন্ত্ৰ আৰু সামৰিক শক্তিৰ সহায়ত দুৰ্দ্ধৰ্ষ লোকে জনসাধাৰণৰ ইচ্ছাৰ বিৰুদ্ধেও ৰাষ্ট্ৰ পৰিচালনা কৰিব খুজিলে তাৰ বিৰুদ্ধে কাৰ্যকৰীভাৱে বিপ্লব কৰিব নোৱাৰাৰ বিভীষিকা দেখা দিছে।

নিউক্লিয়াৰ শক্তিৰ পৰীক্ষা বন্ধ কৰিবলৈ বা নিৰস্ত্ৰী কৰণৰ উদ্দেশ্যে তেনে শক্তি থকা দেশবিলাকৰ ভিতৰত মিলন হলে, পৃথিবীৰ কাৰণে মংগলৰ কথা হ'ব। কিন্তু নিউক্লিয়াৰ শক্তি প্ৰয়োগৰ দুৰভি-সন্ধি লৈ নিউক্লিয়াৰ শক্তি থকা দেশ বা জাতি যদি লগ লাগিব পাৰে, তেন্তে কোনো সন্দেহ নাই যে সি মানুহ জাতি আৰু পৃথিবীৰ কাৰণে

ভীষণভাৱে বিপদজনক হৈ পৰিব। তৰ্কৰ কাৰণে যদি ধৰি লোৱা হয় যে আদৰ্শবাদৰ বাধা দূৰ হোৱাত নিউক্লিয়াৰ শক্তিৰ অধিকাৰী আমেৰিকাৰ যুক্তৰাষ্ট্ৰ আৰু ৰাচিয়া নিউক্লিয়াৰ শক্তিৰ প্ৰয়োগ বন্ধ কৰাৰ উদ্দেশ্যে নহৈ যদি নিউক্লিয়াৰ শক্তি প্ৰয়োগৰ কাৰণে কেতিয়াবা লগ লাগে, তেন্তে পৃথিবীৰ বাকী অংশ সততে তেওঁলোকৰ ত্ৰাসত আৰু অনুগ্ৰহত থাকিব লগা নহ'ব নে?

ৰাজনীতিৰ আটাইতকৈ ক্ৰান্তিকাৰী অৱদান আছিল জনসাধাৰণৰ ইচ্ছামতে সমাজ বা ৰাষ্ট্ৰৰ পৰিবৰ্তন। ফৰাচী বিপ্লৱ, ৰুচ বিপ্লৱ, ভাৰতীয় বিপ্লৱ তাৰ উল্লেখযোগ্য দৃষ্টান্ত। এই অৱদানৰ শক্তি যি পৰিমাণে কমিছে সেই পৰিমাণে ৰাজনীতিৰ সাৰ্থকতাও কমিছে। অন্তৰ্নিহিত আঁসোৱাহৰ কাৰণে সৰ্বজনে যেতিয়া ৰাজনীতিৰ বিশেষ প্ৰয়োজন পূৰণ কৰিব নোৱাৰা হয়, তেতিয়া ৰাজনীতিৰ সুবিধা কেইজনমানৰ হাতত এৰি দিয়া বিপদজনক। যুদ্ধ,মিলিটেৰীৰ 'কুপ-ডি-টাট' বা কেইজনমান ক্ষমতাশালী লোকৰ জবৰদস্তিৰ যি ৰাজনীতি, সেই ৰাজনীতি ক্ৰান্তিকাৰী আৰু মংগলদায়ক নহয়। এনে অৱস্থাৰ ফলত যি সংকটৰ উদ্ভৱ হৈছে সেই সংকটত গণশক্তি আৰু প্ৰগতিশীল আদৰ্শসমূহক জীয়াই ৰাখিবলৈ অন্য বাট ল'ব লাগিব।

আজিৰ মানুহে গ্ৰহণ কৰিব পাৰকেই বা নোৱাৰকেই অপেক্ষাকৃতভাৱে নিৰস্ত্ৰ জনসাধাৰণৰ হাতত আজি একমাত্ৰ পাশুপাত অস্ত্ৰ হৈছে নিৰুপদ্ৰৱ সত্যাগ্ৰহ। অন্যায়-অবিচাৰৰ বিৰুদ্ধে গান্ধীজীয়ে এইপাত অস্ত্ৰ মানুহজাতিক দি গৈছে। একমাত্ৰ এইপাত অস্ত্ৰৰেইহে আজি মানুহে প্ৰৱল প্ৰতাপী অন্যায়কাৰীৰ বিৰুদ্ধে যুঁজিব পাৰে। সামৰিক হিচাপে প্ৰৱল আৰু নিউক্লিয়াৰ শক্তি থকা এটা জাতিয়ে যদি সামৰিক হিচাপে দুৰ্বল বা এনে শক্তি নথকা আন এটা জাতিক আক্ৰমণ কৰে, তেন্তে সেই অন্যায়ৰ প্ৰতিকাৰৰো একমাত্ৰ উপায় হৈছে অহিংস প্ৰতিৰোধ। নিৰুপদ্ৰৱ যুদ্ধ বা সত্যাগ্ৰহৰ অৰ্থ হৈছে পশুবলৰ বিৰুদ্ধে আত্মবলৰ যুদ্ধ। ইয়াৰ কাৰণে অকল সত্যাগ্ৰহীৰ নিজৰে

নহয় প্ৰতিপক্ষৰো আধ্যাত্মিক শক্তি জাগৰুক কৰি তুলিব পাৰিব লাগিব। ৰাজনৈতিক যুদ্ধ-প্ৰণালীৰ যদি এনেকৈ আমূল পৰিবৰ্তন কৰিব লগা হয়, তাৰ অৰ্থ এয়ে যে ৰাজনীতিৰ শিক্ষা আৰু ধাৰণাই বদলি হ'ব লাগিব। ৰাজনৈতিক যুদ্ধ প্ৰণালীৰ যি হিচাপে পৰিবৰ্তন হ'ব, সেই হিচাপে ৰাজনীতিয়ে তেতিয়া বেলেগ ৰূপ ল'ব। ৰাজনীতিৰ পংকিলতা তেতিয়া নাথাকে। ই শুভ্ৰ নিৰ্মল হৈ পৰিব। তেনে ৰাজনীতিৰ লগত কাৰো কাজিয়া থাকিব নোৱাৰে। তাৰ সহায়ত মানুহে পৃথিবীৰ য'তে, যেতিয়াই অসাম্য-বৈষম্য, অন্যায়-অবিচাৰ, শঠতা-প্ৰবঞ্চনা দেখে তাতে তেতিয়াই যুদ্ধ কৰে,—বিদ্ৰোহ কৰে। এই যুদ্ধ দেশ-কালৰ অতীত। ই বিশ্বজনীন আৰু সৰ্বজনৰ মংগলৰ ভাব প্ৰণোদিত। নিউক্লিয়াৰ যুদ্ধৰ সম্ভাৱনা থকা যুগত এনে অহিংস যুদ্ধৰ কথা কোৱাটোৱেই আদৰ্শবিলাসিতা যেন লাগিব পাৰে; কিন্তু দৰাচলতে, এই যুগতেই ইয়াৰ বৈপ্লবিক সম্ভাৱনা দেখা দিছে। নিউ-ক্লিয়াৰ যুগত অহিংস-প্ৰণালীৰ যুদ্ধৰ কাৰ্যকাৰিতা বেছিকৈহে দেখা দিছে।

কোনেও অস্বীকাৰ কৰিব নোৱাৰে যে, অহিংস প্ৰতিৰোধ সম্ভৱ যেতিয়া নহয়, তেতিয়া কাপুৰুষৰ দৰে অন্যায়-অবিচাৰৰ ওচৰত আত্মসমৰ্পণ কৰাতকৈ জিকিব পৰাৰ সম্ভাৱনা থাককেই বা নেথাককেই হিংস-প্ৰণালীৰ আশ্ৰয় লোৱাও ভাল। কেতিয়াবা এনে পৰিস্থিতিয়ে দেখা দিয়ে, যেতিয়া জয়-পৰাজয়েই একমাত্ৰ প্ৰশ্ন নহয়। অন্যায় আৰু জবৰদস্তিৰ ওচৰত আত্মসমৰ্পণ কৰাতকৈ পৰাজয় বা মৃত্যুৰ সন্মুখীন হোৱাও মনুষ্যত্বৰ কথা। ১৯৬২ চনত ভাৰতক চীনে আক্ৰমণ কৰিছিল। এতিয়াও ভাৰতৰ সীমান্তত তেওঁলোকৰ সৈন্য সমাবেশ কৰা আছে। ভাৰতৰ কিছু অংশ তেওঁলোকে জোৰেৰে দখল কৰিও ৰাখিছে। এই অৱস্থাত ভাৰতৰ স্বাধীনতা আৰু জাতীয় সন্মান ৰক্ষাৰ অৰ্থে, ভাৰতৰ মানুহে সামৰিক শক্তি প্ৰয়োগ কৰাতো অহিংস নীতিৰ ফালৰপৰাও অসংগত নহয়। বৰঞ্চ ই সৰ্বতোভাৱে সমৰ্থনীয়।

কোনো বিবাদ নিষ্পত্তিৰ উদ্দেশ্যে এখন দেশৰ ভিতৰত অহিংস-নীতি প্ৰয়োগ কৰাতো বহুত গুণে টান আৰু সময় সাপেক্ষ কথা। যেনেকৈ পৃথিৱীৰ সকলো শক্তিয়ে—অন্ততঃ ডাঙৰ শক্তিকেটাই নিৰস্ত্ৰীকৰণৰ আদৰ্শ গ্ৰহণ নকৰিলে নিৰস্ত্ৰীকৰণ সম্ভৱ নহয়, তেনেকৈ সমগ্ৰ পৃথিৱীত অহিংসাৰ বাতাবৰণ আৰু অহিংস-প্ৰণালীৰ যুদ্ধৰ কাৰণে উপযোগী শিক্ষা নিদিয়ালৈকে, তুখন দেশৰ ভিতৰত দেখা দিয়া বিবাদ অহিংস-প্ৰণালীৰে মীমাংসা কৰাতো বহুত সময়ত কাৰ্যকৰী কথা নহ'ব পাৰে। সেই কাৰণে আজি চীনৰ আক্ৰমণৰ বিৰুদ্ধে, ভাৰতে অস্ত্ৰধাৰণ কৰিব লগা হোৱাতোত আচৰিত হ'বলৈ আৰু আদৰ্শ ৰক্ষা নহ'ল বুলি তুখ কৰিবলৈ একো নাই ; কিন্তু চীন—ভাৰতৰ ভিতৰত উপস্থিত যি প্ৰশ্ন দেখা দিছে, সি আমাক মূলনীতি আৰু আদৰ্শৰপৰা যেন বিচ্যুত কৰিব নোৱাৰে। আত্মৰক্ষাৰ কাৰণে কেতিয়াবা অস্ত্ৰ ধাৰণ কৰিব লগা হলেও, অস্ত্ৰবল নিৰৰ্থক আৰু তাৰ-পৰা কোনো পক্ষৰে লাভ হ'ব নোৱাৰে। এই কথাৰ ওপৰত যেন কেতিয়াও আস্থা নেহেৰায়। প্ৰতিপক্ষৰ মনতো এই বিশ্বাস জন্মাব-লৈকে সততে চেষ্টা ৰাখিব পাৰিব লাগিব। নিউক্লিয়াৰ যুগত অস্ত্ৰৰ যুদ্ধ যে কিমান নিৰৰ্থক এই কথা মানুহে যেতিয়া বুজিব তেতিয়া অংহিস যুদ্ধৰ প্ৰণালী বেছি কাৰ্যকৰী বুলি মানিব। অহিংস যুদ্ধৰ কথা সাধাৰণতে আদৰ্শমূলক অবাস্তৱ কথা বুলি অৱজ্ঞা কৰা হয়। এজন বিশিষ্ট ইংৰাজক এবাৰ ভাৰতত কোনো এজনে ঘৰুৱা আলোচনাত প্ৰশ্ন কৰিছিল যে, ৰাচিয়ায়ো যেতিয়া পঞ্চশীলাৰ নীতি মানি লৈছে, তেতিয়া ইংলণ্ডই সেই নীতি গ্ৰহণ কৰাত কি আপত্তি থাকিব পাৰে ? তেওঁ টপৰাই উত্তৰ দিছিল যে, পঞ্চশীল নীতি গ্ৰহণ কৰাত তেওঁৰ কোনো আপত্তি নাই, অৱশ্যে অৱস্থা বুজিহে তাৰ প্ৰয়োগৰ কথা ভাবিব লাগিব। সেই বিষয়ে আৰু অলপ আলোচনাৰ পিছত তেওঁ কৈছিল যে বাইবেলৰ 'টেন কমাণ্ডমেণ্ট' কোনোবাই বেয়া বুলি বা নেমানো বুলি ক'ব নে ? সকলোৱেই 'টেন

কমাণ্ডমেণ্টৰ” কথা ভাল বুলি ক’ব, কিন্তু কামৰ সময়ত প্ৰয়োজন মতে তাৰ পাছতেই ভংগ কৰিব। পঞ্চশীলৰ কথাও তেওঁ তেনেকৈ কৈছিল। এখন দেশ, একোটা জাতি বা কোনো এক শ্ৰেণী বা ব্যক্তিৰ সাময়িক স্বাৰ্থৰপৰা চালে ‘টেন কমাণ্ডমেণ্ট’ বা পঞ্চশীল নীতিৰ সুবিধাবাদী প্ৰয়োগ সাময়িকভাৱে বেছি লাভজনক আৰু বাস্তৱবাদী যেন লাগিব পাৰে; কিন্তু সমগ্ৰ পৃথিবী, সকলো দেশৰ সকলো মানুহৰ স্থায়ী স্বাৰ্থৰপৰা চালে ই বাস্তৱবাদী নহয়। তাৰপৰা লাভো নাই। সমগ্ৰ পৃথিবী, সকলো দেশৰ সকলো মানুহৰ স্থায়ী স্বাৰ্থৰ ফালৰপৰা চালে, ইয়াৰ কোনো যুক্তি নাই, সাৰ্থকতাও নাই। আমি ইয়াত যি আলোচনা কৰিছো সি সৰ্বমানুহৰ দৃষ্টি-ভংগীৰপৰা আৰু পৃথিবী হিচাপেহে বিচাৰ কৰিব লগীয়া। এই ফালৰপৰা বিচাৰ কৰিলে দেখা যাব যে, পৃথিবীৰ ৰাজনৈতিক মহলত, উচ্চনীতি-সমূহ যেনেভাৱে লোৱাৰ মনোভাব আছে, তাত বাস্তৱবাদী বুলি গুৰুত্ব দিয়া হয় যদিও আচলতে সি ভ্ৰমাত্মক। বাস্তৱবাদীসকলে আদৰ্শক নেওচা দি, আচলতে অবাস্তৱ জগতত বাস কৰে; কিয়নো আদৰ্শক বাদ দি মানুহৰ জীৱনৰ উদ্দেশ্য সিদ্ধি হ’ব নোৱাৰে। জীৱনৰ মূলসূত্ৰৰ লগত সম্পৰ্কহীন হৈ মানুহৰ জীৱনত তেতিয়া আনন্দ বা সন্তোষ নোহোৱা হয়। আজিৰ ব্যৰ্থতাৰ এটা কাৰণ এয়ে।

## কুৰি শতিকাৰ এটা সৰ্ববৃহৎ সমস্যা

আমি আৰম্ভণিতে আলোচনা কৰিছো যে আজিকালিৰ অৱস্থাত সামৰিক বাহিনীৰ আনুগত্য ক্ষুণ্ণ নোহোৱালৈকে, গণতন্ত্ৰৰ নীতি নমনা চৰকাৰৰ বিৰুদ্ধে গণবিপ্লৱ কৰা টান হৈছে। সেই কথাৰপৰা আমি দুটা অৱস্থাৰ সন্মুখীন হৈছো। এটা হৈছে যে, ৰাষ্ট্ৰিক আৰু ৰাজনীতিক আগৰ দৰে সৰ্বময় কৰ্তৃত্ব দিয়াতো বিপদজনক হৈ পৰিছে আৰু সেই কাৰণে ৰাজনীতিৰ ধৰ্ম বা ৰূপৰ আমূল পৰিবৰ্তন কৰাৰ প্ৰয়োজন হৈছে। থূলমূলভাৱে এই পৰিবৰ্তনৰ অৰ্থ এয়ে যে ৰাষ্ট্ৰক্ষমতাৰ

ভাব নাৰাখি ৰাজনীতি, মনোবিজ্ঞান, পদাৰ্থ বিজ্ঞান আদিৰ দৰে নিভাজ বিজ্ঞান হিচাপে চৰ্চা কৰিব লাগিব।

আমি সন্মুখীন হোৱা দ্বিতীয় অৱস্থাটো হৈছে ৰাষ্ট্ৰক্ষমতাৰ বা অন্য কোনো ক্ষমতাৰ বলত কোনো লোক বা দলে যদি অন্য কাৰো বিৰুদ্ধে অন্যায়ভাৱে বল প্ৰয়োগ কৰে, অবিচাৰ কৰে, তেওঁৰ সন্মান আৰু অধিকাৰ ক্ষুণ্ণ কৰা হয়, তেতিয়া কি উপায়েৰে তাৰ প্ৰতিকাৰ কৰা হ'ব। আধুনিক অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত সৈন্যবাহিনীৰ বিৰুদ্ধে সাধাৰণ ৰাইজে সশস্ত্ৰ বিপ্লৱ কৰা যেতিয়া সম্ভৱ নহয়, তেতিয়া প্ৰতিকাৰৰ অন্য কোনো উপায় নাই নে ? উপায় নাই বুলি কেতিয়াও ভাবিব নোৱাৰি। কিয়নো উপায় নথকা মানেই প্ৰগতিৰ পথ ৰোধ কৰা। ১৮৫৭ চনত নিগ্ৰো আন্দোলনৰ নেতা ফ্ৰেডাৰিক ডগলাচে কোৱা কথাষাৰ সদায়েই সঁচা। তেওঁ কৈছিল :

"If there is no struggle, there is no progress. Those who profess to favour freedom and yet deprecate agitation, are man who want crops without flowing up the ground. They want the ocean without the awful roar of its many waters."

—"যদি ক'ৰবাত সংগ্ৰাম নাই, তাত প্ৰগতিও নাই। যিসকলে স্বাধীনতাৰ পৃষ্ঠপোষকতা কৰে, কিন্তু আন্দোলন কৰাতো ভাল নেপায়, তেওঁলোক হৈছে হাল নোবোৱাকৈ শস্য পাব খোজা মানুহ। তেওঁলোকক সাগৰ লাগে কিন্তু সাগৰৰ ভীষণ গৰ্জন তাত থাকিব নেলাগে"।

সেই সময়ৰ পৃথিবীৰ আটাইতকৈ ডাঙৰ এখন সাম্ৰাজ্যৰ সমগ্ৰ শক্তিৰ বিৰুদ্ধে গান্ধীজীৰ নেতৃত্বত ভাৰতে যি অহিংস আন্দোলন কৰিছিল, মানুহৰ স্বাধীনতাৰ যুদ্ধৰ ইতিহাসত ই নতুন অধ্যায়ৰ সূচনা কৰিছে। এই যুগৰ আণৱিক অস্ত্ৰশক্তিৰ লগত যুদ্ধ কৰিবৰ একমাত্ৰ কাৰ্যকৰী উপায় ইয়াৰ বাহিৰে নাই। মানুহ আৰু মানুহৰ

ভিতৰত বৰ্ণলৈ যি ঘৃণণীয় বৈষম্য চলি আছে, পৃথিবীত তাৰ বিৰুদ্ধে হোৱা সকলো আন্দোলনৰে ভিতৰত বিশেষ উল্লেখযোগ্য হৈছে আমেৰিকাত হোৱা নিগ্ৰোসকলৰ আন্দোলন। নিগ্ৰোসকলৰ আন্দোলনৰ ইতিহাসৰপৰাও আমি একে সিদ্ধান্তত উপনীত হওঁ।

গৃহযুদ্ধৰ আগৰ ছোৱাত দাস প্ৰথাৰ বিৰুদ্ধে আমেৰিকাত ২৫০ টা নিগ্ৰো বিদ্ৰোহ হৈছিল। নিগ্ৰো সংগঠন এটাৰ হিচাপমতে ১৯১৮ চনলৈকে ৩০ বছৰৰ ভিতৰত আমেৰিকাৰ বগা জনতাই—আদালতৰ বিচাৰ মতে নহয়—নিজেই ৩২২৪ জন নিগ্ৰোক হয় পুৰি বা ফাঁচি দি হত্যা কৰিছিল। বগা জনতাই ক'লা নিগ্ৰোসকলৰ ওপৰত যেতিয়া এনে নিষ্ঠুৰ অত্যাচাৰ চলাইছিল, তেতিয়া নিগ্ৰোসকলে আইনসংগত আন্দোলন চলাই, বহু পৰিমাণে কৃতকাৰ্য হয়। ১৯২১ চনত ৬৪ টা 'লিঞ্চ', ১৯৩৩ চনত ২৮ টা, ১৯৪০ চনত ৫ টা 'লিঞ্চৰ' ঘটনা হয়। ১৯৫২ চনত 'লিঞ্চৰ' ঘটনা হোৱা নাই। এনে হত্যাকাণ্ড বা 'লিঞ্চৰ' সম্পৰ্কে আমেৰিকাৰ জনমত সচেতন কৰাৰ পিছত বগাৰ শিক্ষানুষ্ঠানত নিগ্ৰো ল'ৰা-ছোৱালীক পঢ়িবলৈ নিদিয়াৰ বিৰুদ্ধে নিগ্ৰোসকলে আন্দোলন কৰিছিল। ৰাজআলি, সংবাদ-পত্ৰ বা কংগ্ৰেছ সভাৰ ভিতৰত তেওঁলোকে তেনেকৈ এই আন্দোলন চলোৱা নাছিল। তেওঁলোকে আদালতৰ আশ্ৰয় লৈছিল। ইয়াৰ ফলত ১৯৫৪ চনত আমেৰিকাৰ চুপ্ৰীমকোৰ্টে তেওঁলোকৰ ঐতিহাসিক ৰায় দিয়ে। এইমতে আমেৰিকাৰ যুক্তৰাষ্ট্ৰত বৰ্ণ বৈষম্য দূৰ হ'ব বুলি আশা দেখা দিলে, কিন্তু আদালতৰ সিদ্ধান্ত কাৰ্যকৰী কৰাত নানা বাধা সৃষ্টি হ'বলৈ ধৰিলে। ১৯৫৭ চনত প্ৰেচিডেণ্ট আইছেন হাৱাৰে "লিটল ৰক" স্কুলত নিগ্ৰো ল'ৰাক ঠাই দিয়াবৰ কাৰণে তাত ফেডাৰেল সৈন্য নিয়োগ কৰিছিল। কিন্তু তাৰ পিছতো যথেষ্ট ক্ষিপ্ৰ গতিত বৰ্ণ বৈষম্য দূৰ কৰাৰ কাম আগ নাবাঢ়িল। এইটো যুগত নিগ্ৰোসকলৰ মনত হতাশাৰ ভাব আহিল। তেওঁলোকৰ ভিতৰত বেলেগ বেলেগ সংগঠন হ'বলৈ ধৰিলে। ৰেভাৰেণ্ড মাৰ্টিন

লুথাৰ কিউৰ নেতৃত্বত গঢ়ি উঠা অনুষ্ঠান ইয়াৰ ভিতৰত বিশেষ লেখত ল'বলগীয়া। ৰেভাৰেণ্ড কিঙে গান্ধীজীৰ পদ্ধতিৰে মণ্টগোমাৰীত মটৰ বাচত বগাৰ লগত নিগ্ৰোসকলক যাবলৈ নিদিয়াৰ বিৰুদ্ধে বৰ্জন আন্দোলন চলাই কৃতকাৰ্যতা লাভ কৰে। ৰেভাৰেণ্ড কিঙে লিখিছে ঃ—

"আমাৰ সন্মুখত সকলো আশা যেন নোহোৱা হৈছিল। নিৰাশাৰ ক'লা ডাৱৰে আমা ধৰিছিল। 'তেতিয়া আমেৰিকাৰ বগাস... বিবেকৰ ওচৰত আ...ৰ কথাটো ডাঙি ধৰিবলৈ ... নিজক বলি দি সক্ৰিয় আন্দোলন কৰাতকৈ আন উপা... নাছিল।"

প্ৰথমতে এই নি...পদ্ৰৱ আন্দোলন দমাবলৈ ভীষণ অত্যাচাৰ কৰা হৈছিল। উইলি...ম মুৰ নামে বগা মানুহ এজনক বৈষম্য দূৰ কৰাৰ বেজ বুকুত মাৰি...লে বাটত খোজকাঢ়ি যাওঁতে, বগা জনতাই হত্যা কৰে। কিন্তু ...মে বগ...া মানুহৰ বহুতৰে অন্তৰ ই স্পৰ্শ কৰে।

অন্যতম নিগ্ৰো নেতা উইল...ফিন্‌চে ৰেভাৰেণ্ড কিউচৰ দৰে গান্ধী-পদ্ধতি সম্পূৰ্ণ বিশ্বাস নকৰে। প্ৰয়োজন হলে তেওঁ হিংসাৰ আশ্ৰয় ল'বলৈ আপত্তি নাই বুলি কয়। কিন্তু প্ৰকৃতপক্ষে ১৯৬৩ চনৰ আগষ্ট মাহত নিগ্ৰোসকলে যুক্তৰাষ্ট্ৰত যি বিৰাট শোভাযাত্ৰা কৰিছিল, তাতো উত্তেজনাৰ কাৰণ থাকিলেও কোনো নিগ্ৰোৱে যাতে হাত নোতোলে তাৰ কাৰণে বিশেষ লক্ষ্য ৰখা হৈছিল।

বৰ্ণবৈষম্যৰ বিৰুদ্ধে নিগ্ৰোসকলৰ আন্দোলনৰ ধাৰা পৰ্যালোচনা কৰিলে, আৰু অলপতে দক্ষিণ ভিয়েটনামত বৌদ্ধভিক্ষুসকলে ৰাষ্ট্ৰ-শক্তিৰ ধৰ্ম অসহিষ্ণুতাৰ বিৰুদ্ধে নিজৰ প্ৰাণ আহুতি দিয়াৰ দৃষ্টান্তৰ-পৰা দেখা যায় যে আজি জনসাধাৰণে য'তে আন্দোলন কৰিবলগীয়া হৈছে বা কৰিছে তাতে নিৰুপদ্ৰৱ নীতি গ্ৰহণ কৰিব লগা হৈছে।

১৯৬৩ চনৰ ২২ নবেম্বৰ তাৰিখে ইতিহাসত এটা মৰ্মন্তুদ ঘটনা ঘটিল। নিগ্ৰোসকলে অতদিন বৰ্ণ বৈষম্যৰ বিৰুদ্ধে কৰি অহা সফলতাৰ আন্দোলনৰ উদ্দেশ্যেই যেন সেইদিনা আমেৰিকাৰ যুক্তৰাষ্ট্ৰত

সভাপতি মিঃ কেনেডিয়ে নিজে বুকুত গুলি পাতি ললে! মানুহ আৰু মানুহৰ ভিতৰত বগা আৰু ক'লা আদি ৰঙ্‌লৈ থকা ব্যৱধান দূৰ কৰিবলৈ কৰা আত্মোৎসর্গত ই এটা পবিত্র দৃষ্টান্ত। নিৰুপদ্রৱ আন্দোলনে যে কেনেকৈ কাম কৰে, ই তাৰে প্রমাণ।

## বিজ্ঞানৰ সার্বজনীন ..যোগ

ৰা...িৰ উপযোগীতাৰ প্রশ্ন আন এটা ...ফালৰপৰাও বিচাৰ কৰিবলগীয়া আছে। ...নুহৰ ৰাষ্ট্রীয়, সামাজি...ক আৰু সাংসাৰিক জীৱনত সাহিত্য-দর্শনৰ উচ্চ ভাৱধাৰি কা...কৰী কৰি তুলিবলৈ বিজ্ঞানে আজিৰ মানুহৰ হাতত যিবিলাক হা...ঁয়াৰ-পাতি তুলি দিছে, সেইবিলাক আগৰ দিনত মানুহৰ হাতত ...ছিল। আজি অৱস্থাৰ আমূল পৰিবর্তন হৈছে। ৰাজনীতিক... ...তাৰ অপপ্রয়োগৰ বিভীষিকাৰপৰা মানুহে যদি আত্মৰক্ষা ...কৰিব পা... সাম্রাজ্যবাদ আৰু পুজিবাদৰ শোষণত বাট যদি বন্ধ হয়, কোনো ... আৰু কোনো শ্রেণীৰ মানুহৰ সুযোগ-সুবিধাই যদি আত্মৰক্ষা ...ৰিব পাৰে যদি কোনোৱে হৰণ কৰিব নোৱাৰে তেন্তে বিশ্ব-মানুহ... অর্থনৈতিক আদি সমস্যা আজি বিজ্ঞানে সমাধান কৰিব পা...। আজিৰ দিনত ই এটা ভাৱ-বিলাস নহয়, বাস্তৱ জগতত কার্যকৰী কৰিব পৰা কথা। আজিৰ মানুহে তেওঁৰ আর্থিক সমস্যা আদি ...মাধানৰ কাৰণে ৰাজনৈতিক আন্দোলনৰ ওপৰত নির্ভৰ কৰাতকৈ ...জ্ঞানৰ সার্বজনীন প্রয়োগৰ ওপৰত নির্ভৰ কৰিলে যে বেছি কৃতকার্য হ'ব পাৰিব তাত সন্দেহৰ অৱকাশ নাই। দৰাচলতে, যে... কেইশমান বছৰৰ ভিতৰত মানুহৰ জীৱনত যি বৈপ্লৱিক পৰিবর্তন সাধন হৈছে তাৰ মূলতেই হৈছে বিজ্ঞানৰ অভূতপূর্ব উন্নতি। বিজ্ঞানৰ আবিষ্কাৰৰ গুণত মানুহে এনে যন্ত্র তৈয়াৰ কৰিব পাৰিছে, যি যন্ত্রই ...নুহৰ উৎপাদন প্রণালীত বিপ্লৱ ঘটাইছে। আকৌ মানুহৰ

উৎপাদন প্রণালী যি হিচাপে পৰিবৰ্তন হৈছে, সেই হিচাপে মানুহৰ জীৱন যাত্ৰাত—সামাজিক আৰু অৰ্থনৈতিক জীৱনত পৰিবৰ্তন ঘটিছে বা উন্নতি হৈছে। ইয়াত ৰাজনীতিৰ অৱদান কিমান কোৱা টান। ৰাষ্ট্ৰক্ষমতাধৰ্মী ৰাজনীতিয়ে সেই উন্নতিত কি পৰিমাণে বৰঙণি যোগাইছে, সেইটো ইতিহাসৰ ছাত্ৰৰ কাৰণে এতিয়াও এটা গৱেষণাৰহে প্ৰশ্ন হৈ আছে। আনহাতেদি এইটো কিন্তু প্ৰমাণ হৈ থকা কথা যে বিভিন্ন যুগৰ মাজেদি খাপে খাপে বিজ্ঞানৰ সহায়ত মানুহ আজিৰ অৱস্থাত উপনীত হৈছে। নানা যুদ্ধ-বিগ্ৰহ, সাম্ৰাজ্যৰ উত্থান-পতনকো লৈ মানুহৰ যি ৰাজনৈতিক ইতিহাস, তাতোকৈ ই বেছি চমকপ্ৰদ।

## জীৱন যুদ্ধ

বহুত হেজাৰ বছৰ ধৰি মানুহেও আন জন্তুৰ দৰে খাদ্য সংগ্ৰহ, আনৰ আক্ৰমণৰপৰা আত্মৰক্ষা আৰু জন্মদানৰ কামতে আৱদ্ধ আছিল। প্ৰথমতে মানুহ জাতীয় বহুত বিধ জীৱ আছিল। কিন্তু খৃষ্টজন্ম পঞ্চাশ হেজাৰ বছৰৰ আগতে আজিৰ মানুহ জাতিৰ পোন-পটীয়া পূৰ্বপুৰুষ 'হমচেপাইন'ৰ বাহিৰে এবিধো মানুহ জাতীয় জীৱ জীৱন-যুদ্ধত টিকিব নোৱাৰিলে। সেই যুগত মানুহ এনে কেইটুকুৰা মান ঠাইত বস-বাস কৰিব লগা হৈছিল য'ত স্বাভাৱিক অৱস্থাত খাদ্য পোৱা সহজ আছিল। মানুহৰ সংখ্যা তেতিয়া বেছি নাছিল। চিকাৰ আৰু হাবিৰ ফল-মূল খাই থাকিব লগা অৱস্থাত পৃথিবীত এক কোটিতকৈ বেছি মানুহ বোধহয় নাছিল। কিন্তু যোৱা ৮ হেজাৰ বছৰৰ ভিতৰত মানুহৰ সংখ্যা এক কোটিৰপৰা তিনিশ কোটিলৈ বাঢ়িছে।

আজিকালিৰ বিজ্ঞানৰ সুযোগ সৃষ্টি হোৱাৰ দুহেজাৰ বছৰৰ আগতে ৰোম নগৰত জন্ম হোৱা এটা কেঁচুৱাৰ আয়ুস সাধাৰণতে ২০

বছৰতকৈ বেছি নাছিল। ৰোম নগৰৰ অস্বাস্থ্যকৰ ঘনবসতিৰপৰা দূৰত থকা হিস্পানিয়া আৰু ৰুচিটানিয়া প্ৰদেশত জন্ম হোৱা ছোৱালীৰ গড় বয়স ৩৫ আৰু ল'ৰাৰ ৪০ বছৰ আছিল। এশবছৰ আগতে আমেৰিকা যুক্তৰাষ্ট্ৰত থকা শতকৰা ৫০ জন মানুহৰ আয়ুস ২০ বছৰ আছিল। শতকৰা ২.৬ জনৰহে আয়ুস ৬৫ বছৰ আছিল। ইংলণ্ড আদি দেশতো মানুহৰ আয়ুস প্ৰায় তেনে ধৰণৰে আছিল। ১৮৫০ আৰু ১৯০০ চনৰ ভিতৰত মৃত্যুহাৰ কিছু কমে। ইংলণ্ডত তিৰোতাৰ আয়ুস কাল ৪৭ বছৰলৈ আৰু আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৫০ বছৰলৈ বাঢ়ে। ১৮৫০ চনলৈকে দুহেজাৰ তিনিহেজাৰ বছৰ ধৰি ভাৰতত ৫ কোটিৰপৰা ১০ কোটিলৈকে মানুহ আছিল। ১৮৫০ আৰু ১৯০০ চনৰ ভিতৰত ভাৰতৰ জনসংখ্যা বিশেষভাৱে বৃদ্ধি পায়। ১৮৬০ চন মানত আমেৰিকা যুক্তৰাষ্ট্ৰৰ জনসংখ্যা ১৭৯০ চনৰ তুলনাত আঠগুণ বাঢ়ে। ১৯০০ শতিকাৰ শেষ ভাগতে আৰম্ভ কৰি কুৰি শতিকাৰ প্ৰথম ভাগলৈকে পৃথিৱীত মৃত্যুহাৰ কিছু কমিছে। ইয়াৰ প্ৰধান কাৰণ হৈছে বৰ্তমানৰ চিকিৎসা বিজ্ঞানৰ সহায়ত মানুহে মাৰি-মৰক আদি বহুত পৰিমাণে নিয়ন্ত্ৰণ কৰিব পাৰিছে। ছিটা দিয়াৰ কথা জনাৰ আগতে ইউৰোপত কম মানুহৰহে আই নোলোৱাকৈ আছিল আৰু আই ওলোৱা বাৰজনৰ ভিতৰত এজন ঢুকাইছিল। কিন্তু আজি সেইবিলাক দেশত আই ওলোৱাৰ কথাকে শুনা নাযায়। সেইদৰে অকল গাখীৰ 'পেষ্টুৰাইজড্' কৰাৰপৰাই ৫ বছৰৰ কম বয়সৰ ল'ৰা-ছোৱালীৰ পেটৰ বেমাৰ কমি গৈছে। যি ঠাইত হেজাৰত ৪০ জন ল'ৰা-ছোৱালী ঢুকাইছিল তাত এতিয়া মৃত্যু সংখ্যা নগন্য বুলি ক'ব পাৰি। কুৰি শতিকাৰ প্ৰথম ছোৱাতো এবছৰৰ কম বয়সৰ ল'ৰা-ছোৱালীৰ মৃত্যুৰ প্ৰধান কাৰণ আছিল 'ডায়েৰীয়া' আৰু আন পেটৰ বিকাৰ। আজিকালি এইবিলাক বেমাৰৰ মৃত্যুহাৰ বৰ কম। এইদৰে অন্যান্য বেমাৰৰো ভাল চিকিৎসা ওলোৱাত মৃত্যুহাৰ কমি গৈছে। যোৱা শতিকাৰ পিছৰ ছোৱাতো

আমেৰিকা যুক্তৰাষ্ট্ৰৰ চিকাগোত এহেজাৰ অধিবাসীৰ ভিতৰত পঞ্চাশৰপৰা এশজনমান প্ৰতি বছৰত টাইফয়েড বেমাৰত মৰিছিল। টাইফয়েড 'ইনকিউলেশ্যন'ৰ উপৰিও ১৯০৬ চনত পানী ফিল্টাৰ কৰা আৰু ১৯১৩ চনত পানীত 'ক্লৰি'ণ দিয়াৰ পদ্ধতি প্ৰৱৰ্তন হোৱাত টাইফয়েড বেমাৰ নিচেইকৈ কমি গৈছে।

মৃত্যুৰ হাৰৰ লগত জীৱন ধাৰণৰ মানৰো একৰাব নোৱাৰা সম্পৰ্ক। কিছুদিনৰ আগতে ইংলণ্ডত লোৱা এটা হিচাপৰপৰা পোৱা গৈছে যে, অতি দুখীয়া শ্ৰেণীৰ মাজত 'নিউমুনিয়া' আৰু 'ব্ৰংকাইটিচ্' বেমাৰত শিশু-মৃত্যুৰ হাৰ উন্নত শ্ৰেণীৰ তুলনাত সাতগুণ বেচি আছিল। সেইদৰে সৰু আই আৰু 'হুপিংকফ'ত মৃত্যুৰ হাৰ আছিল ধনী শ্ৰেণীতকৈ দুখীয়াৰ ভিতৰত ১৫ আৰু ৭ গুণ বেছি। ওপৰত উল্লেখ কৰা তথ্য-পাতিৰপৰা আমি দেখিছো যে, আধুনিক বিজ্ঞানৰ যুগত মানুহৰ মৃত্যুৰ হাৰ কমিছে। মৃত্যুহাৰ কমাৰ লগত খাদ্য আৰু জীৱন ধাৰণৰ মানৰ ওচৰ সম্পৰ্ক কাৰণে ইয়াকো ক'ব পাৰি যে খাদ্য আৰু জীৱন ধাৰণৰ মানো উন্নত হৈছে।

পৃথিৱীৰ সকলো দেশৰ সকলো মানুহৰ কাৰণে এই কথা সমানে প্ৰযোজ্য বুলি ক'ব নোৱাৰিলেও, মূল সিদ্ধান্তত সন্দেহ কৰিবৰ কোনো কাৰণ নাই। বৰঞ্চ মূল সিদ্ধান্তৰ সম্পৰ্কে ই অকাট্য প্ৰমাণহে।

আজিও পৃথিৱীত প্ৰায় আধা মানুহক খাদ্যপ্ৰাণ যুক্ত যিমান পৰিমাণে আহাৰ লাগে সিমান আহাৰৰপৰা বঞ্চিত। ইয়াৰে ভিতৰত এচিয়া, আফ্ৰিকা আৰু লেটিন আমেৰিকাৰ প্ৰায় পঞ্চাশ কোটি মানুহ বিপদজনকভাৱে ক্ষুধাতুৰ! পৃথিৱীত বছৰে প্ৰায় ২½ কোটি মানুহ খাদ্যাভাৱত মৃত্যুৰ মুখত পৰে আৰু বহুতো কোটিৰ শাৰীৰিক স্বাস্থ্য নষ্ট হয়। পৃথিৱীৰ শতকৰা ৩০ ভাগ মানুহৰ খাদ্যতহে গড়ে প্ৰতিদিনে ২৭৫০ত কৈও অধিক 'কেলৰী' থাকে। খাদ্যত এনে উচ্চমানৰ 'কেলৰীজ' থকা অঞ্চল হৈছে উত্তৰ আমেৰিকা, ইউৰোপৰ বেছি ভাগ, আৰ্জেন্টিনা আৰু ৰাছিয়া। পৃথিৱীৰ শতকৰা ৫০ ভাগৰো

বেছি মানুহৰ প্ৰতিজনৰ ভাগত গড়ে দিনে ২২৫০ কেলৰীতকৈও কমহে পৰে। এওঁলোক হৈছে এচিয়া, ইজিপ্ট, মধ্য আমেৰিকা, দক্ষিণ আমেৰিকাৰ মানুহ। দ্বিতীয় মহাযুদ্ধৰ পিছৰপৰা এজন সাধাৰণ আমেৰিকাৰ মানুহৰ ভাগত পৰে বছৰেকত ২৫০ কোৱাৰ্ট, মানে ৭ মোণ ২৫ সেৰ গাখীৰ, ৩৬০টা কণী. ১৭০ পাউণ্ড মাছ-মাংস, ১৯০ পাউণ্ড শস্য, ১৩০ পাউণ্ড আলু, ৬৫ পাউণ্ড তেলজাতীয় বস্তু ( মাখন লৈ ) ১২০ পাউণ্ড বিলাহী আৰু আন টেঙা জাতীয় ফল, ৩৬০ পাউণ্ড ফল-মূল আৰু তৰি-তৰকাৰী, ১১০ পাউণ্ড চেনি, ২০ পাউণ্ড মটৰ, বুট, আদি আৰু ২০ পাউণ্ড চাহ কফি চক্‌লেট্। এজন মানুহে মুঠ ১৩০০ পাউণ্ড খাদ্য খায়। ইয়াৰ ভিতৰত গাখীৰত থকা পানীৰ ভাগ ধৰা হোৱা নাই। প্ৰতিজন মানুহে ইয়াৰপৰা দিনে ৩২০০ কেলৰী আৰু ৮৮ গ্ৰাম প্ৰ'টিন পায়। এই প্ৰ'টিনৰ বেছিখিনি জন্তুজ। ইয়াৰ তুলনাত অন্য কিছুমান দেশত খাদ্যৰ পৰিমাণ বহুত কম। যাভাত বছৰি এজন মানুহে মুঠ ৮০০ পাউণ্ড খাদ্য খায়। কেলৰী হিচাপে তেওঁলোকে পায় মাত্ৰ দুহেজাৰ। বিশ্বৰাষ্ট্ৰ সঙ্ঘৰ খাদ্য আৰু কৃষি বিভাগে ৭০ খন দেশত তদন্ত কৰি পাইছে যে, এইবিলাক দেশত জন্তুজ প্ৰ'টিন প্ৰতিজনে, প্ৰতিদিনে ৪৩ গ্ৰামহে পায়।

প্ৰাচুৰ্য আৰু দুৰ্ভিক্ষৰ দুখন পৃথিৱীৰ ভিতৰত থকা পাৰ্থক্যৰ ৰাজনৈতিক কাৰণো কিবা থাকিব পাৰে: কিন্তু মূলতে হৈছে যে এখনত বিজ্ঞানৰ সাধন আৰু প্ৰয়োগ হৈছে আনখনত হোৱা নাই।

বিজ্ঞানৰ প্ৰয়োগৰ সুযোগ নিদিয়াৰ বা নোলোৱাৰ কাৰণেই পৃথিৱীৰ এক অঞ্চলৰ লগত আন অঞ্চলৰ অৰ্থনৈতিক বৈষম্য দেখা দিছে। এই বৈষম্য নাইকিয়া কৰাৰ উপায় হৈছে বিজ্ঞানৰ পূৰ্ণ প্ৰয়োগ।

পৃথিৱীৰ মুঠ মাটিকালি হৈছে ৩৬ বিলিয়ন একৰ। ইয়াৰ শতকৰা ১০ ভাগ সদায় বৰফৰে ঢাক খাই থাকে। তাৰ উপৰিও শতকৰা

৪ ভাগ ইমান বেছি ওখত যে তাত ক'ৰবাতহে দুই-এডাল গছ-গছনি হয়। এইদৰে মৰুভূমি আদি ধৰি পৃথিবীৰ আধা মাটিত খেতি নহয়। বাকী আধাৰ শতকৰা ১৫ ভাগতহে অৰ্থাৎ ২.৫।৩ বিলিয়ন একৰতহে খেতি হয়। এইখিনি ঠাইত খেতিৰ উৎপন্নৰ হাৰ বঢ়াব নোৱাৰিলে, মানুহ জাতি হিচাপে খাদ্যৰ সমস্যা সমাধান কৰা টান। পশ্চিম ইউৰোপত যি ধৰণে শস্য পোৱা যায়, তেনে ধৰণে শস্য উৎপন্ন হ'লে পৃথিবীত ৩৫ বিলিয়ন মানুহে আমেৰিকাৰ মানুহৰ দৰে খাদ্য পোৱা সম্ভৱ হ'ব।

পৃথিবীৰ আধাভাগত পৃথিবীৰ অধিবাসীৰ শতকৰা ৫০ জনৰ খাদ্যৰ যি অভাৱ, সেই অভাৱ মোচনৰ অৰ্থে পৃথিবীৰ খাদ্য শস্য কমেও শতকৰা ৫০ ভাগ বঢ়াব লাগিব। ১৯৪৬ চনত বিশ্বৰাষ্ট্ৰৰ খাদ্য আৰু কৃষি সজ্ঘৰপৰা কৰা হিচাবমতে ১৯৬০ চনৰ ভিতৰত ভাৰতত যি-খিনি মানুহ হ'ব, তেওঁলোকক সৰ্ব নিম্নহাৰত খাদ্যবস্তু যোগাবলৈ হলেও, ফল-মূল, শাক-পাচলি, মাংস, মাছ আৰু কণীৰ উৎপাদন তিনিগুণ, তেল-মাহ-আলু আদিৰ উৎপাদন দুগুণ, গাখীৰৰ উৎপাদন শতকৰা ৬০ ভাগ আৰু চাউল-ঘেহু আদিৰ উৎপাদন শতকৰা ৪০ ভাগ বঢ়াব লাগিব। স্বাভাৱিক অৱস্থাত ভাৰত বা আন দেশত এই পৰিমাণে শস্য উৎপন্ন হ'ব নোৱাৰে। আধুনিক বিজ্ঞানৰ প্ৰণালী প্ৰয়োগ কৰি সকলো দেশতে খেতিৰ উৎপন্নৰ হাৰ নিশ্চয় বঢ়াব পাৰি। ইউৰোপ আৰু আমেৰিকাৰ কৃষিৰ উন্নতিয়েই তাৰ প্ৰমাণ। আগৰ তুলনাত আজিকালি আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰ খাদ্য-শস্যৰ উৎপন্নৰ হাৰ বহুত গুণে বাঢ়িছে। যুক্তৰাষ্ট্ৰত একৰে প্ৰতি ১৮ মোণ ৫ সেৰ উৎপন্ন হয়। জাৰ্মানী আৰু ইংলণ্ডত একৰে প্ৰতি ৩২ মোণ ৭ সেৰকৈ পোৱা হয়। ডেনমাৰ্ক, নেডাৰলেণ্ড আৰু বেলজিয়ামত একৰে প্ৰতি ৩৯ মোণকৈ উৎপন্ন হয়। যুক্তৰাষ্ট্ৰত একৰে প্ৰতি ১০৭ মোণ ১০ সেৰকৈ আলু উৎপন্ন হয়। বেলজিয়ামত ৩১২ মোণ উৎপন্ন হয়।

নিয়ন্ত্ৰিতভাৱে পানীৰ যোগান, শস্য বা গছে মাটিৰপৰা খাই

মাটিত খনিজ খাদ্যবস্তুবিলাক যি পৰিমাণে নোহোৱা কৰে কৃত্রিমভাৱে বাহিৰৰপৰা সেই বস্তু যোগান দি মাটিৰ প্রাণশক্তি অটুট ৰখা, পোক মৰা ব্যৱস্থা আৰু কঠীয়া বাছনি আদিত বৈজ্ঞানিক প্রণালীৰ প্রয়োগৰ-দ্বাৰা সকলো দেশতেই কম-বেছি পৰিমাণে এনেভাৱে খাদ্যশস্যৰ উৎপন্নৰ হাৰ বঢ়োৱা সম্ভৱপৰ। এনে প্রণালীৰদ্বাৰাই কুঁহিয়াৰত চেনিৰ পৰিমাণ শতকৰা ৫ ভাগৰপৰা ২০ ভাগলৈ বঢ়াব পৰা হৈছে। সেই একদৰেই বিজ্ঞানৰ প্রণালীৰদ্বাৰা গৰু-ম'হ-ভেড়া-গাহৰি আদি জন্তুৰ অভূতপূর্ব উন্নতি সাধন হৈছে। এজনী গাইৰপৰা দিনে ১।২ মোণ গাখীৰ পোৱা সম্ভৱপৰ হৈছে, একোজনী কুকুৰাৰ কণীৰ উৎপন্ন আগতকৈ কেবাগুণো বাঢ়িছে।

মনত ৰখা প্রয়োজন যে, যিবিলাক দেশত এতিয়ালৈকে এই-বিলাক প্রশ্নৰ মীমাংসা হৈছে তাত বিজ্ঞানেইহে দৰাচলতে কাম কৰিছে। কৃষি-বিজ্ঞানৰ আবিষ্কাৰৰাশি খেতিয়কে যেতিয়া আধুনিক কাৰিকৰী বিদ্যাৰ সহায়ত কামত লগাইছে, তেতিয়া খেতিৰ উৎপন্ন কেবাগুণো বাঢ়িছে। খেতিৰ তিনিটা প্রধান উপাদান বা উপায় মাটি, পানী আৰু সাৰৰ সমস্যা সমাধানৰ কথাও বিজ্ঞানৰ অৱদানৰ ওপৰতে নির্ভৰ কৰিছে। এই প্রসংগত উল্লেখযোগ্য যে যুক্তৰাষ্ট্ৰৰ 'চইল কনজাৰভেন্সী'ৰ ভূতপূর্ব মূৰব্বী এজনে কৈছিল যে সেই দেশৰ কম দিনীয়া ইতিহাসৰ ভিতৰতো ২৮০ নিযুত একৰ খেতিৰ মাটি নষ্ট হৈছে আৰু তাৰ ভিতৰত ১০০ নিযুত একৰ এনেকৈ নষ্ট হৈছে যে তাক ভাল কৰিবৰ উপায় নাই। যুক্তৰাষ্ট্ৰ গঠনৰ সময়ত গড়ে যি ৯ ইঞ্চি মাটি ওপৰত আছিল তাৰ এক তৃতীয়াংশ ধুই উটুৱাই নিয়া হৈছে। যদি প্রাকৃতিক নিয়মৰ ওপৰত এই ধুই নিয়া মাটিখিনি পূৰাবলৈ ৰৈ থাকিব লগা হয়, তেতিয়া কিমান শতিকা যে লাগিব তাক কোনে ক'ব পাৰে! গতিকে বিজ্ঞানসন্মত প্রণালীৰে মাটিৰ ক্ষয় ৰোধ কৰিব নোৱাৰিলে উপায় নাই।

ওপৰত কৰা আলোচনাৰপৰা আমি এই সিদ্ধান্তত উপনীত হ'ব

পাৰোঁ যে, পৃথিবীৰ প্ৰতিখন দেশৰ সকলো মানুহৰ খাদ্য সমস্যা সমাধানৰ কাৰণে কৃষি-বৈজ্ঞানিক প্ৰণালীৰ ব্যাপক প্ৰয়োগৰ প্ৰয়োজনেই সকলোতকৈ গুৰুত্বপূৰ্ণ। এই সম্পৰ্কত মনত ৰখা উচিত যে কৃষিৰ ক্ষেত্ৰত বিজ্ঞানৰ এনে সাৰ্বজনীন প্ৰয়োগৰ কাৰণে সামন্ত বা মূলধনী প্ৰথাৰ যুগৰ মাটি নীতিৰ আমূল পৰিবৰ্তন কৰা এটা প্ৰাথমিক চৰ্ত্ত। প্ৰকৃত খেতিয়কে উপযুক্ত পৰিমাণে মাটি পাবৰ কাৰণে সমাজ ব্যৱস্থাৰ বহুতো সংস্কাৰৰ আৱশ্যক আছে। ভাৰতৰ দৰে দেশত মাটিৰ ওপৰত যিমান বেছি সংখ্যক মানুহে জীৱিকা নিৰ্বাহৰ কাৰণে নিৰ্ভৰ কৰিছে, সিও কৃষিৰ আৰু কৃষকৰ উন্নতিৰ এটা প্ৰধান কাৰ্য। এনে দেশত কৃষিৰপৰা যথেষ্ট এটা সংখ্যাৰ মানুহ শিল্পলৈ নিয়াৰ ওপৰতো খেতিৰ উন্নতি নিৰ্ভৰ কৰিছে। কিন্তু মূল এইকিটা কথাৰ বাহিৰে, কৃষিৰ উন্নতিৰ লগত ৰাজনীতিৰ কোনো সম্পৰ্ক নাই; সি বিজ্ঞানৰহে কথা। সম্পূৰ্ণৰূপে সমাজবাদী নীতিমতে মাটি বন্দৱস্ত কৰিলেও, কৃষিৰ উন্নতি নহ'ব যদি বিজ্ঞানৰ প্ৰয়োগ কৰা নহয়। এই কথা নুবুজি বহুত সময়ত ক্ষমতাধৰ্ম ৰাজনীতিক স্বাৰ্থৰ কাৰণে ৰাজনৈতিক জটিলতাৰ সৃষ্টি কৰা হয়। যি চিকিৎসাৰদ্বাৰা বেমাৰ ভাল হ'ব পাৰে, সেই চিকিৎসা নকৰি বেমাৰৰ কষ্টৰ কথা কোৱাই ডাঙৰ ৰাজনীতি হৈ পৰে।

আশ্বাসৰ কথা যে, বিশ্বৰাষ্ট্ৰ সঙ্ঘৰ খাদ্য আৰু কৃষি সংগঠনৰপৰা গোটেই পৃথিবীতে খাদ্য শস্যৰ উৎপন্নৰ ক্ষেত্ৰত বিজ্ঞানৰ প্ৰণালী প্ৰয়োগ কৰাৰ ব্যাপক চেষ্টা হ'বলৈ ধৰিছে। বিশ্বৰাষ্ট্ৰ সঙ্ঘৰ শিক্ষা স্বাস্থ্য আদি শাখাৰপৰাও এনে ধৰণে লেখত ল'বলগীয়া কাম হৈছে। ৰাজনীতিয়ে সৃষ্টি কৰা ব্যৱধান নথকা হলে এনে মংগলজনক কাম হয়তো ইয়াতকৈয়ো বহুত গুণ বেছিকৈ হ'ব পাৰিলেহেঁতেন। আজিকালি প্ৰতিবছৰে যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰৰ কাৰণে ১২০ বিলিয়ণ ডলাৰ খৰচ হৈ আছে। এই টকাখিনি ধ্বংসমূলক প্ৰচেষ্টাৰ কাৰণে খৰচ নকৰি, শান্তিৰ কাৰণে যদি খৰচ কৰিব পৰা হ'লহেঁতেন, তেন্তে

দাৰিদ্ৰ্য নিপীড়িত জনসাধাৰণৰ কিমান মংগল হ'ব পাৰিলেহেঁতেন। কিন্তু সি হ'ব পৰা নাই এই কাৰণেই যে, ৰাজনৈতিক দুৰভিসন্ধিৰ ভাৱ থকাত শক্তিসমূহৰ ভিতৰত পৰস্পৰৰ প্ৰতি অবিশ্বাস আৰু সন্দেহ আঁছে আৰু সেই কাৰণে নিৰস্ত্ৰীকৰণ সম্ভৱপৰ হোৱা নাই।

## আধুনিক উন্নতিৰ মাপকাঠি

এখন দেশত আধুনিক হিচাপে কিমান উন্নতি হৈছে তাৰ হিচাব ল'ব লাগিলে সেই দেশত বিজুলী আদি শক্তি কিমান উৎপন্ন বা খৰচ হয় তাৰ হিচাব ল'ব লাগিব। দৰাচলতে, মানুহৰ উন্নতিৰ ইতিহাসলৈ মন দিলে দেখা যাব যে, উৎপাদনৰ কাৰণে যেতিয়া য'ত বেছি সুবিধা পোৱা গৈছে তাতে উন্নতি হৈছে। সেই সুবিধা হৈছে প্ৰধানতে শক্তিৰ সুবিধা। গৰু আৰু ঘোৰাৰ শক্তিৰ ওপৰত নিৰ্ভৰ কৰা দিনত সেই ঠাইত উন্নতি হৈছিল য'ত সেই জন্তুৰে কাম কৰিবলৈ বেছি সুবিধা আছিল। সেই অৱস্থাত ইজিপ্টত নাইল নদীৰ পাৰত, পাৰস্যৰ ইউফেট্ৰিচ, চীনৰ ইয়াংচিকিয়াং নদীৰ পাৰৰ আৰু ভাৰতত সিন্ধু-গংগা আৰু ব্ৰহ্মপুত্ৰ নদীৰ পাৰত যথেষ্ট উন্নতি হৈছে। পিছৰ যুগত কয়লাৰ ব্যৱহাৰ জনাৰ সময়ত ইংলণ্ড আদি যিবিলাক দেশত কয়লাৰ শক্তিৰে কাম কৰিবৰ সুযোগ বেচি আছিল তাত উন্নতি হয়। নদীৰ পাৰৰ সাৰুৱা মাটিৰ সুবিধা থকা দেশৰ ঠাইত কয়লা শক্তি কামত লগাবপৰা দেশে অৰ্থনৈতিক ক্ষেত্ৰত প্ৰাধান্য লাভ কৰে।

এই যুগত কয়লা আদি শক্তিয়ে পৃথিবীৰ উন্নতিত কি পৰিমাণে সহায় কৰিছে, তলৰ হিচাবৰপৰা তাৰ কিছু আভাস পোৱা যাব। ১৯৫০ চন মানলৈকে প্ৰায় ৮০ কোটি টন কয়লা পৃথিবীৰ খনি সমূহৰপৰা উলিওৱা হৈছিল। কয়লাৰ বহুত পিছত পেট্ৰোলিয়াম আৰু বিজুলী শক্তিৰ ব্যৱহাৰ আৰম্ভ হয়। ১৯০০ চনৰপৰা আৰম্ভ

কৰি ১৯৫০ চন মানলৈকে ৭০ বিলিয়ণ বা ৰোল তেল পৃথিবীৰপৰা উলিওৱা হয়। ১৯৫০ চনত পৃথিবীত প্ৰতি বছৰে ২.৭ বিলিয়ণ মেট্ৰিক টন কয়লা পুৰিলে যিমান শক্তি পোৱা যাব, তিমান শক্তি খৰচ হৈছে। ইয়াৰ শতকৰা ৬০ ভাগৰ ওপৰ শক্তি কয়লাৰপৰা, প্ৰায় শতকৰা ৩০ ভাগ পেট্ৰোলিয়ামৰপৰা, শতকৰা ৭ ভাগ খৰিৰপৰা আৰু শতকৰা ১ ভাগ পানীৰপৰা পৃথিবী হিচাবে প্ৰতিজনে খৰচ কৰা পোৱা শক্তিৰ পৰিমাণ হৈছে বছেৰেকত এজন মানুহে ১ টন কয়লা পুৰিলে যিমান শক্তি পাব তিমান।

কিন্তু পৃথিবীৰ বিভিন্ন অঞ্চলৰ খৰচৰ পাৰ্থক্য বৰ বেছি। যুক্তৰাষ্ট্ৰই পৃথিবীৰ পেট্ৰোলিয়ামৰ শতকৰা ৬০ ভাগ, কয়লাৰ শতকতা ২৫ ভাগ আৰু পৃথিবীৰ যিখিনী পানীৰপৰা শক্তি উৎপন্ন হৈছে, তাৰ শতকৰা ৩০ ভাগ ভোগ কৰে। যুক্তৰাষ্ট্ৰৰ প্ৰতিজন মানুহে ৮ মেট্ৰিক টন কয়লা পুৰিলে যিমান শক্তি পোৱা যাব, তিমান শক্তি খৰচ কৰে। ৰাছিয়াৰ কয়লাৰ উৎপন্ন প্ৰতি ৫ বছৰত দুগুণ হৈছে। ক্ৰমে ৰাছিয়াৰ শক্তিৰ খৰচ যুক্তৰাষ্ট্ৰৰ খাপলৈ উঠা সম্ভৱ হৈছে। জাপানত প্ৰতিজনে এক টনতকৈ কিছু বেছি কয়লা পোৰাৰ শক্তি খৰচ কৰে। এচিয়াৰ বাকী অংশত (পৃথিবীৰ প্ৰায় আধা মানুহ থাকে) প্ৰতিজনে বছৰেকত ১০০ পাউণ্ড কয়লা পুৰিলে যি শক্তি পোৱা যায় তাতকৈ সামান্য বেছি শক্তিহে খৰচ কৰিবলৈ পায়। যুক্তৰাষ্ট্ৰত এজন মানুহে দুদিনত যি শক্তি খৰচ কৰে, ই প্ৰায় তাৰে সমান।

শিল্পীকৰণ আৰু তাৰ লগে লগে জীৱন ধাৰণৰ মান উন্নত কৰাৰ কাৰণে শক্তিৰ উৎপাদন আৰু খৰচ অপৰিহাৰ্য চৰ্ত্ত। যিবিলাক দেশত শক্তিৰ উৎপাদন কম হৈ আছে সেইবিলাক দেশত অৰ্থনৈতিক উন্নতি সম্ভৱপৰ হোৱা নাই।

এইখিনিতে মনত ৰখা উচিত যে, পৃথিবীৰ সকলো দেশতে যথেষ্ট পৰিমাণে শক্তি উৎপন্ন কৰাতো বিজ্ঞানৰ প্ৰশ্ন। আফ্ৰিকাত ২৭৪ নিযুত আৰু এচিয়াত ১৫১ নিযুত 'হৰ্চ পাৱাৰ' শক্তি পানী বা জল-

প্ৰপাতৰপৰা উৎপন্ন কৰিব পাৰি বুলি হিচাপ কৰা হৈছে। ইয়াৰ কাৰণে 'ডেম' আদিৰ ব্যৱস্থা কৰিব লাগিব। কিন্তু পানীৰ শক্তি সকলো দেশতে যথেষ্ট নহ'ব পাৰে। ভাৰতত পানীৰ প্ৰাচুৰ্য নোহোৱা নহয় যদিও অধ্যাপক হেৰিচন ব্ৰাউনৰ হিচাব মতে পূৰাকৈ কামত লগালেও যুক্তৰাষ্ট্ৰত আজি যিমান শক্তি উৎপন্ন হৈছে, তিমান শক্তি উৎপন্ন হ'ব পাৰিব বুলি ক'ব নোৱাৰি। কয়লা সম্পদো ভাৰতত প্ৰচুৰ নহয়। সেই কাৰণে যিখিনি প্ৰাকৃতিক সম্পদ আছে, সেইখিনি কামত লগোৱাৰ কাৰণে আৰু যি পৰিমাণে অভাৱ হ'ব পাৰে তাক পূৰণ কৰিবলৈ আজি বিজ্ঞানৰ যি সুবিধা তাকতো কামত লগাব লাগিবই, তাৰ উপৰি বিজ্ঞানৰ নতুন সাধনাৰে নতুন আৱিষ্কাৰো কৰিব পাৰিব লাগিব। 'এটম'ৰ শক্তি ৰচনাত্মক কামত প্ৰয়োগ কৰাৰ বা সূৰ্যৰ উত্তাপৰপৰা শক্তি আহৰণ কৰাৰ কাৰণে কাৰ্যকৰী আৰু ব্যৱসায়মূলক ব্যৱস্থা কৰিব পাৰিব লাগিব। আয়াৰচ আৰু স্কাৰলেটে নামে বিশিষ্ট বৈজ্ঞানিক দুজনে হিচাব কৰি দেখুৱাইছে যে, পৃথিবীত যিমান হাবি-বননি আছে, সেই সকলো পুৰিলে যিমান শক্তি পোৱা যাব, আমি তিনি দিনতে সূৰ্যৰপৰা তিমানখিনি শক্তি পাওঁ। এই সূৰ্য-শক্তি মানুহৰ কামত কেনেকৈ লগাব পৰা যায়, সেইটোহে প্ৰশ্ন। আজি যদি ভাৰতত কোনোবাই সূৰ্যৰ উত্তাপ কামত লগাব পৰা কাৰ্যকৰী ব্যৱস্থা উলিয়াব পাৰে, তেন্তে তেওঁ ভাৰতৰ তথা পৃথিবীৰ অৰ্থনীতিত যুগান্তৰ আনিব।

ওপৰৰ আলোচনাৰপৰা আমি ইয়াকে দেখিছো যে মানুহৰ সাংসাৰিক জীৱনত আজিৰ যুগৰ লগত খাপ্ খুৱাই উন্নতি কৰিবলৈ হলে খাদ্যৰ ক্ষেত্ৰতে হওক বা শক্তিৰ ক্ষেত্ৰতে হওক বিজ্ঞানৰ ব্যাপক প্ৰয়োগৰ বাহিৰে অন্য উপায় নাই।

# বৰ্তমান যুগৰ সংঘাত

বৰ্তমান যুগ বস্তুতান্ত্ৰিক। এই যুগত মানুহ ধৰ্ম-কৰ্মৰপৰা আঁতৰি গৈছে, মানুহৰ নৈতিক মানদণ্ড নিম্নগামী হৈছে, ঐহিক সুখ ভোগত মানুহ মতলীয়া হৈছে, কিন্তু পাপ ইমান বাঢ়িছে যে মানুহে ক'তো শান্তি পাব পৰা নাই—সাধাৰণতে আজিৰ যুগ সম্পৰ্কে এনে গুৰু-গম্ভীৰ অথচ নিৰাশাব্যঞ্জক অভিমত বা সমালোচনা শুনা যায়।

কিন্তু ইমান ওপৰে ওপৰে এই যুগটো নিন্দা বা নাকচ কৰিলে ন্যায় বিচাৰ কৰা নহ'ব। দৰাচলতে, সমগ্ৰ পৃথিবী আৰু মানুহ জাতি হিচাপে বিচাৰ কৰিলে, মানুহ জাতি যে আজি বহুত ফালে আগ-বাঢ়িছে, তাত সন্দেহ নাই। নৈতিকতা আদি ধৰ্মও মানুহৰ সমূলঞ্চে নষ্ট হ'ল বুলি হা-হুমুনিয়াহ কাঢ়িবৰো কাৰণ নাই। আধুনিক মানুহৰ চৰিত্ৰত কোনো দিশৰপৰা কেতিয়াবা অৱনতি দেখা দিব পাৰে, কিন্তু সকলো দিশৰপৰা চালে মানুহৰ চৰিত্ৰৰ অৱনতি হৈছে বুলি ক'ব নোৱাৰি।

আজিৰ যুগটো বস্তুতান্ত্ৰিকতাৰ যুগ কাৰণে মানুহে ঈশ্বৰ আৰু ধৰ্ম সম্পৰ্কে উদাসীন হৈছে বুলি বহুতে আক্ষেপ কৰে। কিন্তু এই যুগটো বস্তুতান্ত্ৰিকতা বুলিলেই নাক শিঙতাবৰো কাৰণ নাই। কিয়নো মানুহৰ বস্তু সংগ্ৰহৰ ইতিহাস মানুহৰ সভ্যতাৰ ইতিহাসৰ উন্নতিৰহে পৰিচায়ক। বস্তুতান্ত্ৰিকতাই উন্নত সভ্যতাৰহে সূচনা কৰে। বস্তু-তান্ত্ৰিকতাৰ সুকীয়া দোষ কি আছে বুজা টান। যন্ত্ৰৰ সহায়ত আজি বস্তু বা মানুহৰ প্ৰয়োজনীয় সামগ্ৰীৰ উৎপন্ন বিশেষভাৱে বাঢ়িছে। কিছুমান দেশত বস্তুৰ প্ৰাচুৰ্য সৃষ্টি হৈছে। ইয়াকে বস্তু-তান্ত্ৰিকতা বুলি কোৱা হ'বনে? বস্তুৰ প্ৰাচুৰ্য বা বস্তুৰ অভাৱ—এই দুয়োটা অৱস্থাই মানুহৰ জীৱন দৰ্শন বা সভ্যতা-সংস্কৃতিৰ ওপৰত প্ৰতি

ক্ৰিয়া কৰিব পাৰে। বস্তু বেছি হলে, কোনো মানুহ তাতে ডুবি থাকিব পাৰে। বস্তু কম হলেও বহুত তাৰ অভাৱৰ তাড়নাত মানুহে অন্য কথা ভাবিব নোৱাৰা হ'ব পাৰে। আচল কথা হৈছে যে বস্তু বেছিয়েই হওক বা কমেই হওক, যেতিয়া সিয়েই মানুহৰ জীৱনৰ চৰম কথা হৈ পৰে—তাৰ বাহিৰলৈ যোৱাৰ প্ৰবৃত্তি নোহোৱা হয়। বস্তুৰ স্থূল ধৰ্মই মানুহৰ মন যেতিয়া পংগু কৰি পেলায়, তেতিয়াহে বস্তুতন্ত্ৰৰ স্থূলতাৰ দোষ দেখা দিয়ে। মানুহ তেতিয়া জন্তুৰ শাৰীলৈ নামি যায়। আজিৰ যুগত বস্তুতন্ত্ৰৰ স্থূলতা দেখা দিছে বুলি ক'ব নোৱাৰি। স্থূল বস্তু-তান্ত্ৰিকতাই মানুহৰ মন ম্লান কৰি পেলোৱাহেঁতেন আজি বিজ্ঞানৰ যি প্ৰচেষ্টা সি সম্ভৱপৰেই নহ'লহেঁতেন। বিজ্ঞানৰ ঐশ্বৰ্যৰে সমৃদ্ধ এই যুগটোৰ ডাঙৰ অভাৱো নোহোৱা নহয়। কিহৰ এই অভাৱ? অন্য বহুতো অভাৱ থাকিব পাৰে, কিন্তু মূলত যিখন বিশ্ব সৃষ্টিৰ মানুহ নিজে বালিচাঁহীতকৈয়ো অনন্তগুণে ক্ষুদ্ৰ এটা জীৱ, সেই সৃষ্টি আৰু মানুহে নিজে পৃথিবীত সৃষ্টি কৰা সংসাৰখনৰ ভিতৰত যোগসূত্ৰ কৰবাত বিচ্ছিন্ন হৈছে। মানুহক সততে এই ভাবটোৱেই দুখ দিছে। সকলো ঐশ্বৰ্যৰ মাজতো আজিৰ মানুহৰ এয়ে অভাৱ। মানুহৰ জীৱনত ভাৱসাম্যৰ অভাৱেই আজিৰ যুগত সমস্যা সৃষ্টি কৰিছে। তাৰ ফলতে সংঘাত দেখা দিছে।

যুগ পৰিবৰ্তনৰ সন্ধিক্ষণত এনেকৈ সদায়েই সংঘাতে দেখা দিয়ে। জন্মৰ সময়ত দুখ-কষ্ট ভুগিব লগা হয়। ই স্বাভাৱিক কথা। তাত আক্ষেপৰ কাৰণ নাই। নতুন সৃষ্টিৰ সম্ভাৱনাই আশা আৰু আনন্দহে সৃষ্টি কৰিব লাগে। অতীতৰ সৰল-সহজ স্বাভাৱিক জীৱনৰ সত্যযুগ পাৰ হৈ গৈছে। কিন্তু পৃথিবীৰ সকলো দেশৰে সৰ্বনিম্ন শ্ৰেণীৰ সাধাৰণ মানুহৰ স্বাৰ্থ সুৰক্ষিত ৰামৰাজ্য আৰু সত্যযুগ আহিবহে লাগিছে। সকলো দোষ-ত্ৰুটিৰ সৈতে আজিৰ যুগটোৱে আগন্তুক সেই সত্যযুগৰ কাৰণেই কাম কৰিছে। এই যুগটোৰ দোষাদোষ সম্পৰ্কে চকু নিদি আত্মসন্তুষ্টিৰ ভাবলৈ থকাৰ কথা নহয়, কিন্তু নিৰাশাৰ ক'লা ডাৱৰে

যেন যুগটোৰ অপৰিসীম সম্ভাৱনাৰ কথাও ঢাকি পেলাব নোৱাৰে, তালৈ মন দিয়া উচিত।

সাংসাৰিক জীৱনত, পাৰ্থিব জগতত, সংঘাত দেখা দিছে এই কাৰণে যে, দেশ হিচাপে বা ব্যক্তি হিচাপে ৰাজনৈতিক অধিকাৰ, শিক্ষা-সংস্কৃতিৰ সুযোগ, থকা-খোৱা-মেলাৰ ব্যৱস্থা আদিৰ ক্ষেত্ৰত সমান সুযোগ সৃষ্টি হোৱা নাই। সাম্ৰাজ্যবাদ আৰু ঔপনিবেশিক শাসনৰপৰা বহুত দেশ বা জাতি মুক্ত হৈছে যদিও এতিয়াও ঠায়ে ঠায়ে তাৰ প্ৰভাৱ-প্ৰতিপত্তি আছে। সাম্ৰাজ্যবাদী ষড়যন্ত্ৰৰো ওৰ পৰা নাই। আজিও ইয়াৰ শেষ চিন নিৰ্মূল নোহোৱাৰ কাৰণেও মানুহৰ মনত গ্লানি আছে। আজিৰ দিনতো বৰ্ণ বৈষম্যৰ অভিশাপৰপৰা সম্পূৰ্ণ মুক্ত হ'ব নোৱাৰি, মানুহ অতীষ্ঠ হৈছে। এই সকলোৰে উপৰি অৰ্থনৈতিক বৈষম্যৰ সংঘাত। দেশ হিচাপে এফালেদি যুক্তৰাষ্ট্ৰ আদি দেশৰ ঐশ্বৰ্য আৰু আনফালে এচিয়া আফ্ৰিকাৰ প্ৰায়বিলাক দেশৰে দাৰিদ্ৰ্য। ব্যক্তি হিচাপে সকলো দেশতে কম-বেছি পৰিমাণে অসাম্যৰ দুৰ্ভোগৰপৰা বহুতেই ভুগিছে।

এতিয়াৰ লগত প্ৰকৃতি আৰু পৰিমাণৰ পাৰ্থক্য থাকিলেও আগৰ যুগতো মানুহৰ সাংসাৰিক জীৱনত যে বৈষম্য নাছিল এনে নহয়। পৰিমাণৰ পাৰ্থক্য আছে। সেই দিনতো প্ৰাকৃতিক সুযোগ থকা দেশবিলাক ঐশ্বৰ্যশালী আছিল। তেনে সুযোগ নথকা দেশৰ মানুহৰ বহুতো আৰ্থিক দুৰ্দশা ঘটিছিল। ব্যক্তি সাম্য আছিল বুলিও ক'ব নোৱাৰি। গ্ৰীচৰ সভ্যতা সংস্কৃতিৰ উন্নতিৰ যুগত এথেন্সৰ ৰাইজৰ ভিতৰত পেট্ৰিচিয়ান আৰু প্লেবিয়ানৰ বিশেষ ব্যৱধান আছিল। গ্ৰীচৰ গণতন্ত্ৰ প্ৰতিনিধি সভাৰে পৰিচালিত হোৱা নাছিল। সকলো নাগৰিক গোট খাই শাসনকাৰ্য সম্পৰ্কীয় সিদ্ধান্ত গ্ৰহণ কৰিছিল। কিন্তু সকলো নাগৰিক বোলোতে কাক বুজাইছিল? এথেনীয়ান বংশজাত ১৮ বছৰ বয়সৰ পুৰুষেহে শাসন কাৰ্য চলোৱা জনসভাত যোগ দিব পাৰিছিল। তিৰোতা আৰু অনা

এথেনীয়সকলে তাত যোগদান দিব নোৱাৰিছিল। পেৰিকলচৰ সময়ত ৪০,০০০ এথেনীয়ানে তেনে অধিকাৰ পাইছিল। হোমাৰৰ সময়ত শিক্ষা-দীক্ষাত তিৰোতাৰ স্থল ওপৰত আছিল যদিও পেঁৰিকলচৰ সময়ত সম্ভ্ৰান্ত পৰিয়ালৰ ছোৱালীকো কেৱল সামান্য লিখা-পঢ়া শিকোৱা হৈছিল। তেওঁলোকৰ সাংসাৰিক জীৱন বৰ সীমাৱদ্ধ আছিল, প্ৰায়ে ঘৰৰ বাহিৰলৈ যাবলৈ দিয়া নহৈছিল।

ভাৰতৰ সভ্যতা-সংস্কৃতিৰ উন্নতিৰ যুগতো তেনেকৈ আৰ্য-অনাৰ্যৰ ভেদ বা বৰ্ণ বৈষম্য সৃষ্টি হোৱা নাছিল বুলি ক'ব নোৱাৰি। মানুহৰ ইতিহাসত আগৰ কোনো যুগতেই সৰ্বনিম্ন শ্ৰেণীৰ লোকে সকলো নাগৰিকৰ পূৰ্ণ অধিকাৰ পাইছিল বুলি ক'ব নোৱাৰি। সেই হিচাপে আজিৰ এই যুগটো বহুতখিনি আগবঢ়া সাধাৰণ, সৰ্বনিম্ন শ্ৰেণীৰ লোকৰ বহুতো অসুবিধা আজিও আছে! বহুত ঠাইতে আৰ্থিক অসাম্যই পূৰাভাৱে ৰাজত্ব কৰিছে; কিন্তু তথাপিতো এই যুগটো সৰ্বসাধাৰণৰ যুগ বুলি এই কাৰণেই ক'ব লাগিব যে, মানুহৰ ইতিহাসত প্ৰথম এই যুগটোত মুনিহ-তিৰোতা নিৰ্বিশেষে সৰ্বনিম্ন শ্ৰেণীৰ সাধাৰণ লোকৰ যে সামাজিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত সমান অধিকাৰ আছে, ই নীতি হিচাপে সৰ্বজনৰ স্বীকৃতি লাভ কৰিছে। কিন্তু ইয়াৰ কাৰণেই আকৌ এই যুগত আগৰ তুলনাত মানুহৰ মানসিক অশান্তি হয়তো বাঢ়িছে। আধ্যাত্মিক তৃষ্ণা নিবাৰণ নোহোৱাৰ কাৰণে যি কষ্ট, তাৰ কথা সুকীয়া। সেই সম্পৰ্কে আমি পিছত আলোচনা কৰিম। সাংসাৰিক ক্ষেত্ৰত সামাজিক, অৰ্থনৈতিক, জাতিগত, ব্যক্তিগত বৈষম্যৰ কাৰণে আজিৰ মানুহে যে বেছি অশান্তি ভোগ কৰিছে তাক অস্বীকাৰ কৰিব নোৱাৰি। অভাৱ-অনাটনৰ কাৰণে মানুহে শাৰীৰিক কষ্ট ভোগ কৰে। তাকো হয়তো মানুহে সহিব পাৰে। কিন্তু ৰাষ্ট্ৰীয় বা সামাজিক ব্যৱস্থাৰ আঁসোৱাহৰ কাৰণে আনে ভোগ কৰা সুযোগ-সুবিধাৰপৰা বঞ্চিত হ'ব লগা হলে মানুহে বেছি কষ্ট পায়। আগৰ যি যুগত ৰাজনৈতিক প্ৰভুত্ব

সামাজিক আৰু অৰ্থনৈতিক অসাম্য মানুহে সাধাৰণতে স্বাভাৱিক বুলি মানি লৈছিল, তেতিয়া মনৰ অশান্তিৰ ভাৱ কম আছিল। সাধাৰণতে তিৰোতাই স্বামীৰ একাধিপত্য মানি লৈ ভাবিছিল যে, তাতেই তেওঁৰ জীৱনৰ সাৰ্থকতা। সেইদৰেই বিভিন্ন বৰ্ণ বা জাতিৰ মানুহেও ভাবিছিল। নিগ্ৰোসকলে বগা মানুহৰ, অস্পৃশ্যসকলে উচ্চবৰ্ণৰ মানুহৰ, আফ্ৰিকা এচিয়াৰ দেশসমূহে ইউৰোপ আমেৰিকাৰ, প্ৰজাই ৰজাৰ, সামন্তসকলৰ বা ডা-ডাঙৰীয়াসকলৰ, মজদুৰে পূজিপতিৰ আধিপত্য স্বাভাৱিক বুলি মানি লৈছিল কাৰণে আমি এতিয়া বহুত সময়ত ভাবো যে তেওঁলোক কিজানি বৰ শান্তিত আছিল। কিন্তু প্ৰকৃততে তেওঁলোকৰ সুখ-শান্তি কিমান আছিল কোৱা টান। নিজৰ নিজৰ ঠাইত সকলোৱেই চিত্ত চাঞ্চল্য নোহোৱাকৈ থকাতো সেই যুগৰ স্বাভাৱিক ধৰ্ম আছিল কাৰণে আজিৰ দৰে হয়তো অশান্তি প্ৰকাশ নেপাইছিল। শিল্পপতিয়ে খেদ কৰি কোৱা শুনা যায় যে, মজদূৰ সংগঠন নোহোৱা দিনত মজদূৰসকল কিমান ভাল আছিল। তেওঁলোকৰ দুখ যে আজিকালি সেইদিনৰ দৰে মজদূৰসকল অনুগত নহয়—যি দৰ্মহা দিয়ে তাতে সন্তুষ্ট নাথাকে। তাহানি ইংৰাজ বৰচাহাবসকলেও খেদ কৰি কৈছিল যে গান্ধী ওলাইহে সকলো গণ্ডগোল কৰিলে। তাৰ আগতে ভাৰতীয় মানুহবিলাক কিমান শান্তশিষ্ট আছিল। দৰাচলতে, উপযুক্ত সংগঠন নথকাৰ কাৰণেহে তেওঁলোকৰ অন্তৰৰ কথা তেওঁলোকে, হয়তো ভাষা, দিব নোৱাৰিছিল।

আজিৰ যুগৰ অৱস্থা বেলেগ। এই যুগৰ ক্ৰান্তিকাৰী কথা এয়ে যে পৃথিবীৰ সকলো দেশ আৰু সাধাৰণ মানুহ জাগ্ৰত হৈছে। তেওঁলোকৰ মন চঞ্চলো হৈছে। সকলোৰে প্ৰাণত সমান সুযোগৰ আকাঙ্ক্ষা জন্মিছে। যি কোনো অসাম্যই মানুহৰ মনত আজি আঘাত দিয়ে, অশান্তিৰ সৃষ্টি কৰে। গতিকে আজিৰ মানুহৰ অশান্তিৰপৰা তেওঁলোক আগৰ যুগৰ তুলনাত পিছ পৰিছে বুলি ক'ব নোৱাৰি।

এই যুগত অৰ্থনৈতিক অসাম্য আৰু তাৰ ফলত দেখা দিয়া

সামাজিক ব্যৱধান ইমান বেছি যে সি সাধাৰণ মানুহৰ জাগ্ৰত মনত তীব্ৰ অনুভূতি সৃষ্টি কৰে। উদাহৰণ স্বৰূপে ভ্ৰমণ-পদ্ধতিৰ কথা এটা আমি ল'ব পাৰোঁ। আগৰ যুগত যিমানেই ক্ষমতাবান বা ঐশ্বৰ্যশালী মানুহ নহওক তেওঁলোকেও সাধাৰণ মানুহৰ দৰেই সাধাৰণতে পদযাত্ৰা কৰি, নাৱৰে নদী পাৰ হৈ, অশ্বাৰোহণ কৰি ফুৰিব লগা হৈছিল। পথযাত্ৰাৰ কষ্ট সকলোৰে প্ৰায় সমানেই আছিল। ৰেলৰ যুগতো প্ৰথম শ্ৰেণী আৰু তৃতীয় শ্ৰেণীৰ ব্যৱধান থাকিলেও, দুয়োবিধ যাত্ৰীকে গন্তব্য-স্থানলৈ যাবলৈ সময় একেই লাগিছিল। অন্ততঃ এটা বিষয়ত—ভ্ৰমণৰ সময় সম্পৰ্কে তেওঁলোক একে অৱস্থাতে আছিল। কিন্তু আজি 'জেট প্লেন'ৰ যাত্ৰী আৰু ৰেলৰ যাত্ৰীৰ ক্ষেত্ৰত সেই কথা নেখাটে। তেওঁলোকৰ ভিতৰত কোনো কথাতেই মিল নাই। সেইদৰে সেই দিনত ধনী-দুখীয়াৰ, জমিদাৰ-প্ৰজাৰ পাৰ্থক্য আছিল যদিও, আজিৰ দৰে পুঁজিপতি আৰু সৰ্বহাৰাৰ মাজত ঐশ্বৰ্যৰ যি পাৰ্থক্য তেনে পাৰ্থক্য নাছিল। আজিকালি পুঁজিপতিৰ দৰে সেই দিনত ৰজা, মহাৰজা, জমিদাৰ অৰ্বুদ কোটিৰ মালিক হোৱা সম্ভব নাছিল।

বৰ্তমান মানুহে বেছিকৈ অশান্তি ভোগ কৰিছে এই কাৰণেও যে, আগৰ যুগত দেশ, জাতি, সম্প্ৰদায়, বৰ্ণ আদি লৈ আৰ্থিক বা সামাজিক বৈষম্য সৃষ্টি হোৱাৰ যদিওবা কিবা কাৰণ আছিল, আজি তেনে কোনো কাৰণ নোহোৱা সত্বেও বৈষম্য থাকিবলৈ দিয়া হৈছে। আগৰ যুগত ভ্ৰমণৰ অসুবিধাৰ কাৰণে এখন দেশৰ মানুহৰ লগত আন এখন দেশৰ মানুহৰ ব্যাপকভাৱে ঘনিষ্ট সম্পৰ্ক হোৱা সম্ভৱ নাছিল। সেই কাৰণে তেওঁলোকৰ পৰস্পৰৰ সম্পৰ্কে ভুল বিশ্বাস বা ধাৰণা থকাতো অস্বাভাৱিক নাছিল। প্ৰকৃতিৰ সুযোগ আৰু মানুহৰ শৰীৰৰ শ্ৰমৰ ওপৰত নিৰ্ভৰ কৰিব লগা হোৱাত স্থানগত আৰু ব্যক্তিগত পাৰ্থক্য দেখা দিবৰ থল আছিল। সকলো দেশৰে সাধাৰণ মানুহৰ কাৰণে সমান সুযোগ সৃষ্টি কৰাৰ সুবিধা সেইদিনা, হয়তো, নাছিল। আগৰ কালত বিশেষভাৱে উন্নতি কৰা দেশবিলাকৰ ভিতৰতো অগ্ৰণী গ্ৰীচ আৰু

ইটালীতো যেতিয়া জনসংখ্যা বৃদ্ধি হ'ল তেতিয়া তেওঁলোকে তেওঁলোকৰ দেশৰ খেতিৰ বস্তুৰে চলিব নোৱাৰা হ'ল। ইয়াৰ ফলত শেষৰ ফালে তেওঁলোকৰ ডাঙৰ বিপৰ্যয় দেখা দিছিল। গ্ৰীচত শিশু-হত্যাৰ সংখ্যা কম নাছিল। সন্তান .জন্মৰ পিছত সন্তানটো ৰাখিব নে নেৰাখিব সেইটো পিতৃৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰিছিল। সন্তান জন্মৰ পঞ্চম দিনা পিতৃয়ে এই বিষয়ে প্ৰকাশ্য ঘোষণা কৰিব লাগিছিল। প্লেটো আৰু এৰিষ্টটলে ভ্ৰূণহত্যা দোষণীয় নহয় বুলি মত দিব লগা হৈছিল। গ্ৰীচ আৰু ৰোমত ভ্ৰূণহত্যা দোষণীয় বুলি ঘোষণা কৰা কোনো আইনো নাছিল। সেইদিনত গ্ৰীচ আৰু ৰোমত জনসংখ্যা বঢ়াৰ কাৰণে যি ভাৱে ভৰণ-পোষণ এটা সমস্যা হৈ পৰিছিল আজি তেনে হ'বৰ নিশ্চয় কোনো কাৰণ নাই।

বিজ্ঞানে অভূতপূৰ্ব সুযোগ সৃষ্টি কৰা সত্বেও এই যুগত মানুহৰ মাজত অভাৱ অনাটন থাকিবলৈ দিয়াটোহে অতি আচৰিত কথা। এই ফালৰপৰা চালে মানিব লাগিব যে, আগৰ যুগৰ তুলনাত আজিৰ মানুহ ব্যৰ্থকাম হৈছে। আগৰ যুগত সুযোগৰ অভাৱত জ্ঞান সাধন বহুত পৰিমাণে এতিয়াতকৈ কম সংখ্যক লোকৰ ভিতৰত সীমিত থকাৰ কাৰণে, মানুহে হয়তো এনে পৰিস্থিতিৰ সন্মুখীন হৈছিল, যি পৰিস্থিতিত কিছুমান দুখ-কষ্ট অনৈক্য বা বৈষম্যৰ হাত সৰা সম্ভৱপৰ নাছিল। আজিৰ অৱস্থাত যেতিয়া মানুহ বিজ্ঞানৰ ক্ষেত্ৰত বহুত আগবাঢ়ি গৈছে, তেতিয়া আগৰ যুগৰ দুখ-কষ্ট, অনৈক্য বা বৈষম্য থাকিবলৈ দিয়াতো এটা যুগ বিৰোধী প্ৰতিক্ৰিয়াশীল কথা। ইয়াতেই এই যুগৰ ডাঙৰ সংঘাত। বিৰাট সম্ভাৱনা আছে কিন্তু তাৰ যথোচিত প্ৰয়োগৰ ব্যৱস্থা নাই। এই যুগৰ এয়েহে ব্যৰ্থতা।

বিজ্ঞানৰ যথোচিত আৰু কাৰ্যকৰী প্ৰয়োগৰদ্বাৰা এনে সংঘাতৰ বা ব্যৰ্থতাৰ কাৰণসমূহ দূৰ কৰিব পাৰি। প্ৰথম প্ৰয়োজন হৈছে বিজ্ঞানৰ ব্যাপক শিক্ষা আৰু গভীৰ সাধনা। এদিন বেকনে মানুহ জাতিক অতীতৰ বদ্ধমুল ধাৰণাসমূহ পৰিত্যাগ কৰি প্ৰকৃতিক—বস্তু

জগতখনক পৰীক্ষা কৰিবলৈ আহ্বান জনাইছিল। ১৬২০ চনত প্ৰকাশ হোৱা তেওঁৰ "নভাম অৰ্গেনাম" নামে কিতাপত বিজ্ঞানৰ গৱেষণাৰ প্ৰণালী সম্পৰ্কে তেওঁ আলোচনা কৰিছে। তাৰ পিছৰ কেইশমান বছৰত পাৰ্থিব মূল্যৰ কথাবিলাকে যি মনোযোগ আকৰ্ষণ কৰিছে আৰু যি যোৱা বাট সেইপিনে আগবঢ়া হৈছে তাৰ গুৰিত বেকনে সৃষ্টি কৰা মনোভাৱৰ যথেষ্ট বৰঙণি আছে। সাংসাৰিক ঘাত-প্ৰতিঘাতৰ মাজত মানুহৰ মনলৈ যেতিয়া প্ৰশ্ন আহিল যে, কেনেকৈ মানুহৰ জীৱন নিৰ্বাহ সুগম কৰিব পাৰি, কেনেকৈ প্ৰকৃতিৰ লগত যুদ্ধত টিকি থাকিব পাৰি, তেতিয়া প্ৰকৃতিৰ অনুশীলন—প্ৰকৃতিৰ আইনৰ অনুধাবন আৰম্ভ হ'ল আৰু তাৰ-দ্বাৰা প্ৰকৃতিৰ শক্তিসমূহ মানুহৰ কামত লগোৱা উপায় উদ্ভাৱন হ'বলৈ ধৰিলে।

পশ্চিমৰ দৰে প্ৰাচ্যতো—ভাৰতত বা আন কোনো দেশত যদি আজি প্ৰকৃততে, বিজ্ঞানৰ কাম হ'ব লাগে তেন্তে বিজ্ঞানৰ অনুসন্ধানৰ ভাব সাধাৰণভাৱে সাধাৰণৰ মাজত সৃষ্টি হ'ব লাগিব। গৱেষণাগাৰৰ গৱেষণাৰ কাৰণে যি ত্যাগ আৰু সাধনাৰ ভাব লাগে যথেষ্ট সংখ্যক গৱেষণাকাৰীৰ মাজত সি তেতিয়াহে মূৰ্ত হৈ উঠে, যেতিয়া দেশত সাধাৰণভাৱে গৱেষণাৰ বতৰ সৃষ্টি হয়। গৱেষণাৰ সুযোগৰ প্ৰশ্ন উঠিব পাৰে, কিন্তু গৱেষণাৰ সুযোগতকৈ গৱেষণাপ্ৰৱণ মনৰ কথাত বেছি মূল্য দিবলগীয়া।

এই প্ৰসংগত মানুহৰ মানসিক প্ৰস্তুতিৰ তিনিটা স্তৰৰ কথা উল্লেখ কৰিব পাৰি। প্ৰথম স্তৰত মানুহে শিশুৰ দৰে নিজৰ অভাৱ বা প্ৰয়োজনৰ কথা কয়, তাৰ কাৰণে কন্দা-কটা কৰে—আধুনিক ৰাজনৈতিক পৰিভাষামতে সমস্যা দাঙি ধৰে। দ্বিতীয় পৰ্যায়ত পৰিস্থিতিৰ বা সমস্যাৰ অনুশীলন হয়। ইয়াত পাণ্ডিত্য প্ৰকাশ পায়। তৃতীয় স্তৰত সমস্যাৰ কথা কৈ বা সমস্যাৰ অনুশীলন কৰি মানুহৰ মনে সন্তোষ নাপায়। সেই স্তৰত সমস্যা সমাধানৰ উপায় উদ্ভাৱনৰ আৰু তাকে জীৱনৰ ব্ৰত কৰি লোৱাৰ ভাব হয়। এই তৃতীয় স্তৰটোতে বিজ্ঞানৰ

গৱেষণাৰ আৰম্ভ। এবাৰ যেতিয়া কোনো সমাজত ব্যাপকভাৱে এনে গৱেষণাৰ ভাব দেখা দিয়ে, তেতিয়া তেওঁলোকৰ মাজৰপৰা কৃতী বৈজ্ঞানিকৰ আবিৰ্ভাব হোৱা স্বাভাৱিক আৰু সহজ। অসুবিধাৰ কথা, সুযোগ-সুবিধাৰ প্ৰশ্ন তেতিয়া সৰ্বপ্ৰধান হৈ দেখা নিদিয়ে। চিন্তা কৰিব নোখোজা মনে এলেহুৱা স্বভাৱৰ কাৰণে অজুহাত বিচাৰে। কিয় হ'ব পৰা নাই তাৰ কাৰণ উলিয়াই তেওঁ নিজৰ মনক প্ৰবোধ দিয়ে— সমালোচকৰ মুখ বন্ধ কৰে; কিন্তু কেনেকৈ প্ৰতিকূল অৱস্থাতো সৃজনীশক্তিৰ উন্মেষণ হ'ব পাৰে সেই কথা ভাবিব নোখোজে।

সহায় বা সহযোগিতা দূৰৰে কথা ৰজা আৰু ধৰ্মানুষ্ঠানৰ ঘোৰ বিৰোধিতা সত্বেও ১৭।১৮ শতিকাত ইউৰোপত বিজ্ঞানৰ আৰু যন্ত্ৰৰ ক্ষেত্ৰত বহুতো আবিষ্কাৰ হ'ব পাৰিছিল। সি সম্ভৱ হৈছিল এইকাৰণে যে, সেই সময়ত তেওঁলোকৰ প্ৰাণত সৃষ্টিৰ ভাবৰ জোৱাৰ ভাটা আহিছিল, তেওঁলোকৰ মনত আত্মপ্ৰকাশৰ আকুলি বিকুলি ভাৱ দেখা দিছিল। বিজ্ঞান জগতত কৃতকাৰ্যতাৰ কাৰণে সৰ্বপ্ৰধান অৱলম্বন হৈছে বলীষ্ঠ সতেজ অনুশাসন আৰু সংস্কাৰ বিমুক্ত স্বাধীন মনৰ অনুসন্ধানৰ ভাব। কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে 'প্ৰাৰ্থনা' কবিতাত ভাৰতক সেই ভাবত উদ্বুদ্ধ কৰিবলৈকে প্ৰাৰ্থনা জনাইছে। গীতাত জ্ঞানৰ তিনিটা সৰ্তৰ কথা কৈছে—"তদবিদ্ধি প্ৰণিপাতেন পৰিপ্ৰশ্নেন সেৱয়া"। আধ্যাত্মিকতাৰ ক্ষেত্ৰতেই হওক বা বিজ্ঞানৰ ক্ষেত্ৰতেই হওক জ্ঞান লাভৰ তিনটা সৰ্ত— প্ৰণিপাত, পৰিপ্ৰশ্ন আৰু সেৱা—মানিবই লাগিব।

ওপৰত আমি যি আলোচনা কৰিছো তাৰপৰা কোনেও যেন এনে অৰ্থ কৰিবলৈ নাযায় যে, গৱেষণাৰ সুবিধাৰ ওপৰত গুৰুত্ব দিব খোজা হোৱা নাই। বৰ্তমান বিজ্ঞানৰ গৱেষণাৰ প্ৰণালী মতে কাম কৰিবলৈ নিশ্চয় সকলো প্ৰকাৰ সুযোগ-সুবিধা সৃষ্টি হ'ব লাগিব। বৈজ্ঞানিক-সকল যাতে কোনো অসুবিধাত পৰিব নালাগে তালৈ সততে চকু দিয়া কৰ্তব্য। তেওঁলোকে সমাজত শ্ৰেষ্ঠ সন্মান পোৱা উচিত। কিন্তু তাৰ লগতে আমি ইয়াকো মনত ৰাখিব লাগিব যে সাধাৰণভাৱে সৰ্বসাধাৰণৰ মাজত

পৰিপ্ৰশ্নৰ ভাব, জিজ্ঞাসাৰ ভাব নজন্মিলে বিজ্ঞানৰ ক্ষেত্ৰত নতুন সৃষ্টি কৰিব পৰা বিশিষ্ট বৈজ্ঞানিকসকল ওলোৱাই টান হয়। কেনেকৈ সাধাৰণভাৱে সাধাৰণৰ মাজত পৰিপ্ৰশ্নৰ ভাব জন্মিব, সেইটো এটা সুকীয়া প্ৰশ্ন।

কিজানিবা দেশৰ শিক্ষা ব্যৱস্থাৰ লগত তাৰ সম্পৰ্ক আছে। ছাত্ৰই কোনো কথা নতুনকৈ চিন্তা কৰাতকৈ—মৌলিক সৃষ্টিতকৈ, আমাৰ বিশ্ববিদ্যালয়ৰ পৰীক্ষাত আৰু শিক্ষিত সমাজত যেতিয়ালৈকে একমাত্ৰ কিতাপৰ কথা ভালকৈ জুকিয়াই লিখাৰ আৰু কোনো এক বিদেশী ভাষাৰ কেৱল ভাষাগত ব্যুৎপত্তিৰ ওপৰতহে গুৰুত্ব দিয়া হ'ব তেতিয়ালৈকে ভাৰতত মৌলিক সৃষ্টিৰ কাৰণে প্ৰয়োজনীয় গৱেষণাৰ বা সাধনাৰ ভাব সাধাৰণত মাজত দেখা দিয়া টান।

বিশেষকৈ এটা কথা আমি মনত ৰখা উচিত যে ভাৰতীয় মনক যিহে কেবাশ বছৰো ধৰি আড়ষ্ট আৰু মোহাচ্ছন্ন কৰি থৈছে, তাৰপৰা উদ্ধাৰ কৰিব নোৱাৰিলে, সৃজনীশক্তিৰ উন্মেষণ হ'ব নোৱাৰে। প্ৰধানকৈ দুফালৰপৰা দুটা বেলেগ অৱস্থাই ভাৰতীয় মনক আলস্যজড়িত কৰি পেলাইছে। এটা অৱস্থা হৈছে যে অতীতত কোনো এটা সময়ত ভাৰতত মানুহৰ বুদ্ধিৰ চৰম বিকাশ হৈছিল আৰু তেতিয়া তেওঁলোকে যি লিখি গৈছে, তাকে ব্যাখ্যা কৰাতকৈ চিন্তাৰ ৰাজ্যত নতুন অৱদান দিয়াৰ কথা ভাবিবৰ প্ৰয়োজন নাই। কোনেও নুই কৰিব নোৱাৰে যে উপনিষদৰ যুগত ভাৰতীয় মনীষীসকলে বিশ্বৰ জ্ঞানৰ ভড়াললৈ যি বৰঙণি দি গৈছে, তাৰ তুলনা নাই। অমূল্য সেই সম্পদ, কিন্তু সেই বুলিয়েই এনে মনোভাব যদি দেখা দিয়ে যে নতুনকৈ চিন্তা কৰিবলৈ —সৃষ্টি কৰিবলৈ একো নাই, তেন্তে তাতকৈ উপনিষদৰ শিক্ষাৰ বিৰোধী কথা আন একো হ'ব নোৱাৰে। সেই যুগত ভাৰতীয় ঋষিসকলৰ ভিতৰত এজনে আনজনৰ আবিষ্কাৰৰ ওপৰত নতুন নতুন আবিষ্কাৰ কৰিবলৈ সততে চেষ্টা কৰিছিল। কোনো বিখ্যাত ঋষিৰ কথাই শেষ কথা বুলি তেওঁলোকে নলৈছিল। সি এটা জীৱন্ত জাগ্ৰত মনৰ

পৰিচায়ক। সেইকাৰণে তেওঁলোকে অকল দৰ্শনৰ ক্ষেত্ৰতে নহয় পাৰ্থিব বিজ্ঞানৰ ক্ষেত্ৰতো সেই যুগত যিমানদূৰ সম্ভৱ আছিল, উন্নতি কৰিছিল। দুখৰ কথা যে কিছুমান দিনৰ পিছত ভাৰতত মানসিক স্থবিৰতা দেখা দিলে। এনে সময় আহিল যেতিয়া অতীতৰ আবিষ্কাৰ আৰু সম্পদবিলাক লৈ গৰ্ব কৰাৰ ভাবেই ঐতিহ্য ৰক্ষাৰ উপায় হৈ পৰিল।

আনটো অৱস্থা হৈছে যে, ভাৰতৰ আধুনিক শিক্ষিত লোকসকলে পশ্চিমৰ বিজ্ঞান আৰু যন্ত্ৰৰ আচৰিত কামবিলাক যেতিয়া দেখিলে, তেতিয়া তেওঁলোকৰ মনত গৱেষণাৰ ভাবৰ বা নতুন প্ৰশ্নৰ উদয় নহৈ, মোহ সৃষ্টি হ'ল। তেওঁলোকে অতীত ভাৰতৰ জ্ঞানৰ কথাবিলাক পুৰণিকলীয়া অন্ধবিশ্বাস বুলি অবজ্ঞা কৰাটোকে আধুনিকতা বুলি ভবা হ'ল। বিজ্ঞানৰ উন্নতিৰ কাৰণে আজীৱন সাধনা বা গৱেষণা কৰাৰ ভাবতকৈ, পশ্চিমৰপৰা বিজ্ঞানৰ সুযোগবিলাক আনি ভোগ কৰাৰ অলস আকাঙ্ক্ষা জন্মিল।

কিছু পিছত, ভাৰতৰ এটা শিক্ষিত শ্ৰেণীয়ে দেশ প্ৰেমৰ ভাবত অতীতলৈ ঘূৰি চাবলৈ শিকিলে। কিন্তু ইয়াকে প্ৰমাণ কৰাই তেওঁলোকৰ প্ৰয়াস হ'বলৈ ধৰিলে যে আজি পশ্চিমত যি আবিষ্কাৰ হৈছে সেই সকলো অতীত ভাৰতত আছিল। এনেবিলাক কথাও প্ৰাচ্য-প্ৰতীচ্য হিচাপে ভাগ কৰাটো মূলতেই ভুল কথা। আধুনিক কোনো উন্নতিয়েই, কোনো সৃষ্টিয়েই পুৰণিক বাদ দি হোৱা নাই। পৃথিবীৰ সকলো ঠাইতে পুৰুষে পুৰুষে মানুহ জাতিয়ে জ্ঞান বিজ্ঞান আদি বিভিন্ন ক্ষেত্ৰত যি সম্পদ আৰ্জি থৈ গৈছে, তাকে মূলধন হিচাপে লৈ মানুহ জাতি সদায় আগবাঢ়ি আছে। সেই হিচাপে অতীতৰ ওচৰত বৰ্তমান ঋণী। বৰ্তমানৰ ওচৰত ভৱিষ্যতো ঋণী হ'ব লাগিব। কাল হিচাপে যি কথা খাটে, স্থান হিচাপেও সেই কথা। পৃথিবীৰ এক অংশ আন অংশৰ ওচৰত ঋণী। অতীতত আধুনিক বিজ্ঞানৰ সকলো কথা আছিল বুলি পুৰণি শ্লোকৰ বৈজ্ঞানিক ব্যাখ্যা দিয়াও নিষ্ফল শ্ৰম। বৰ্তমান যুগক বৰ্তমান

যুগৰ পূজাৰ অৰ্ঘ্য ৰচনা কৰি স্বাগত সম্ভাষণ জনাব লাগিব। বৰ্তমান যুগত বৰ্তমান যুগৰ উপযোগী—বিজ্ঞানৰ উন্নতিৰ কাৰণে মানসিক জাগৰণৰ, আলোড়নৰ প্ৰয়োজন। বিশ্ব সংস্কৃতি এটা বোৱতী সুঁতিৰ দৰে। ভাৰত, চীন, মিচৰ, মেচোপটেমীয়া, পাৰশ্য, গ্ৰীচ, ৰোম, আৰব, ইংলণ্ড, আমেৰিকা, ৰাচিয়া আদি বিভিন্ন দেশৰ মাজেদি যুগ যুগান্তৰ ইয়াৰ অবিচ্ছিন্ন ধাৰা বৈ গৈ বিশ্ব সংস্কৃতিৰ মহা সাগৰত লীন হৈছে। জীৱন্ত অৱস্থাত প্ৰত্যেকেই ইয়াত বৰঙণি যোগাইছে আৰু ইয়াৰপৰা আহৰণো কৰিছে। কেতিয়াবা ক'ৰবাত সুঁতিটো যেতিয়া মৰে, তেতিয়াহে বিপদ। তেতিয়া তাত প্ৰাণ প্ৰতিষ্ঠা কৰিবলৈ মূল ধাৰাৰ সোঁত তাত বোৱাব লাগে—নতুন যুগৰ উপযোগী চিন্তাৰ উন্মেষৰদ্বাৰা—মৰা সুঁতিটোৰ পাৰত বহি তাৰ গুণ-গান কৰি নহয়।

পৃথিৱীত বিজ্ঞানৰ ক্ৰমবিকাশৰ ইতিহাসৰপৰা আমি দেখো যে, বিশেষজ্ঞসকলে বিশেষ বিশেষ বিভাগত গৱেষণা কৰি বিজ্ঞানৰ ভঁড়াল যেনেকৈ চহকী কৰিছে, তেনেকৈ সাধাৰণ কাম কৰা মানুহেও তেওঁলোকৰ কাম কৰোতে যিবিলাক অসুবিধাৰ সন্মুখীন হয় সেইবিলাক অসুবিধা দূৰ কৰাৰ উপায় তেওঁলোকেই বহুত সময়ত উদ্ভাৱন কৰিছে। দুৰ্ভাগ্যক্ৰমে আমাৰ দেশত এতিয়াও সৃজনীমূলক কামৰ প্ৰতি আমি শ্ৰদ্ধা জনাবলৈ শিকা নাই। কোনোবা এখন গাঁৱৰ, কোনোবা এটা কাৰখানাৰ নিভৃত কোণত কোনোজনে যদি কৃষি বা শিল্পৰ ক্ষেত্ৰত কিবা নতুন কথা ভাবিছে, সেই সম্পৰ্কে খবৰ লোৱাৰ ইচ্ছা দেখা নাযায়। দেশৰ খবৰৰ কাগজ সাধাৰণতে সেই সম্পৰ্কে উদাসীন। ৰাজনৈতিক খবৰ লৈয়ে তেওঁলোকৰ বেহা। কিন্তু ৰাজনৈতিক আন্দোলনৰে দেশত সৃজনী শক্তিৰ উন্মেষণ হ'ব নোৱাৰে। তাৰ কাৰণে মানুহৰ দৃষ্টি-ভংগীৰ পৰিবৰ্তন কৰি, মৌলিক চিন্তাৰ ওপৰত জোৰ দি অনুকূল বাতাবৰণ সৃষ্টি কৰিব লাগে।

মন যেতিয়া সজাগ থাকে খেতি কৰি থাকোতেও খেতিয়কে কৃষি-বিজ্ঞানৰ ডাঙৰ আবিষ্কাৰ কৰে, মজদুৰে কাৰখানাত হাতুৰী কোবাই

থাকোঁতেও তেওঁ কাম কৰা যন্ত্ৰটোৰ অপ্ৰত্যাশিত উন্নতি কৰিব পাৰে। গান্ধীজীৰ মনত লগা সৰু এটা দৃষ্টান্ত এই প্ৰসংগত উল্লেখ যোগ্য। বুঢ়া চিংগাৰ চাহাবে মূঢ়া এটাত বহি তেওঁৰ পৰিবাৰে চিলাই কৰা চাই আছিল। তেওঁ দেখিছিল যে চিলাই কৰি থাকোতে মাজে মাজে বেজিটোৱে তেওঁৰ ঘৈণীয়েকৰ আঙুলিত বিন্ধিছিল। চিলাই কৰোঁতে পৰিবাৰৰ এই কষ্ট দেখি চিংগাৰ চাহাবে ভাবিবলৈ ধৰিলে যে, কেনেকৈ এনেকুৱা কষ্ট নকৰাকৈ চিলাইৰ কাম কৰিব পাৰি। তেওঁৰ এই চিন্তাৰ ফলতেই 'চিংগাৰ চুইং মেচিন' আবিষ্কাৰ হয়। একান্ত ভাল পোৱাৰ ভাবে এই আবিষ্কাৰত প্ৰেৰণা যোগাইছিল। সেইকাৰণে গান্ধীজীয়ে ইয়াক বিশেষ মূল্য দিছিল। এনেকৈ মানুহৰ কাম সহজসাধ্য কৰিবৰ কাৰণে সাধাৰণভাৱে যেতিয়া মানসিক জাগৰণ দেখা দিয়ে তেতিয়া নানান আবিষ্কাৰ হয়। আমি আমাৰ দেশত ঘৰে ঘৰে সদায় দেখি আছো যে, আমাৰ আই, বাই, তিৰোতাই এনে চোকাত ৰন্ধা-বঢ়া কৰি আছে য'ত গৰমৰ দিনত জুইকুৰা বুকুত লৈয়ে কাম কৰিব লাগে আৰু ধোঁৱাই চকুৰ পানী, নাকৰ পানী একাকাৰ কৰে। সেই পুৰণি ঢেঁকীটোকে হেপুচি হেপুচি ধান বানি এঘৰ গৃহস্থীৰ চাউল যোগোৱা কামটো আমাৰ কাৰণে ইমান সাধাৰণভাৱে চলি থকা কথা যে তাৰ কাৰণে কিমান খিনি যে কষ্ট কৰিবলগীয়া হয় তালৈ কাৰো চকু নাই। সেই দৰেই যেন সেই কেকোৰা নাঙলটোৱেই যুগ-যুগান্তৰ ধৰি চলি আহিছে। যি ৰান্ধে-বাঢ়ে, যি ঢেঁকী দিয়ে বা যি হাল বায় তেওঁলোকে নিজেও ইয়াৰ পৰিবৰ্তন আৰু উন্নতিৰ কথা ভবা নাই আৰু আনো এই বিষয়ত উদাসীন। এইবিলাকৰ উন্নতি কৰিবলৈ আমি আন দেশৰপৰা যন্ত্ৰপাতি অনাৰ কথা আজি ভাবিছো। বৈদেশিক মুদ্ৰাৰ অভাৱত এনে সুবিধাবিলাক মানুহক দিব নোৱাৰি দুখ প্ৰকাশো কৰিছো। ইয়াকে লৈ সমালোচনা—আন্দোলন আদিও যে হোৱা নাই এনে নহয়। আমাৰ মনৰ কোনো নিভৃত কোণত পৰনিৰ্ভৰশীলতাৰ এনে এটা গ্লানিকৰ ভাব লুকাই আছে যে শত্ৰু-মিত্ৰ সকলোৱেই আমাৰ পথ সুগম কৰি দিব।

কিন্তু সঁচাকৈয়ে যদি আমি উন্নতি কৰিব লাগে তেন্তে এনে মনোভাব পৰিহাৰ কৰিবই লাগিব। সকলো বিষয়ত উন্নতি কৰাৰ উপায় আমাৰ দেশৰ লগত খাপ্ খুৱাই আমিয়েই আবিষ্কাৰ কৰিবলৈ চেষ্টা কৰিব লাগিব। কেবাশ বা হেজাৰ বছৰ ধৰি নাঙল চৌকা আৰু ঢেঁকীটো যন্ত্ৰ হিচাপে একে অৱস্থাতে থাকিব পৰাটো আমাৰ মানসিক স্থবিৰতাৰ চিন বুলি নকৈ নোৱাৰি। যদি তৰ্কৰ খাতিৰত ধৰি লোৱা হয় যে, আজি ভাৰতৰ চাৰি লাখ গাঁৱৰ কোটি কোটি কৃষকৰ হালৰ পৰিবৰ্তে ট্ৰেক্টৰ ব্যৱহাৰ কৰিবলৈ যি লাখ লাখ ট্ৰেক্টৰ আমাক লাগিব তাৰ কাৰণে পুঁজি আৰু কাৰ্য্যকৰী সাধন আমাৰ আছে, তথাপি এই প্ৰশ্নটো থাকি যাব যে, কিয় আমি নিজৰদ্বাৰা ইমান দিন এই বুনিয়াদী কাম কেইটাৰ উৎপাদন প্ৰণালীত উন্নতি সাধন কৰিব পৰা নাছিলোঁ। অতীতৰ এই প্ৰশ্নৰ উত্তৰৰ ওপৰতে আমাৰ বৰ্তমান আৰু ভবিষ্যতো নিৰ্ভৰ কৰিছে।

বিজ্ঞান আৰু যন্ত্ৰজগতত আজিলৈকে যি আবিষ্কাৰৰাশি হৈছে সিয়েই বিজ্ঞান আৰু যন্ত্ৰৰ উন্নতিৰ ইতিহাসত শেষ কথা নহয়। গান্ধীজীৰ আদৰ্শ অনুসৰি শিল্পৰ ক্ষেত্ৰত বিকেন্দ্ৰীকৰণ নীতি প্ৰয়োগ কৰিব লাগিলে আজিকালিৰ বিৰাট কাৰখানাৰ বিৰাট যন্ত্ৰৰ ঠাইত তাতোকৈ হাজাৰ গুণ সৰু হ'ব পাৰে ; কিন্তু অধিক শক্তিশালী বা উন্নত যন্ত্ৰ আবিষ্কাৰ কৰিব পাৰিব লাগিব। গান্ধীজীৰ পৰিকল্পিত সমাজৰ কৃতকাৰ্যতাৰ কাৰণে অকল নৈতিকতাতে নহয়, উৎপাদনৰ বা অৰ্থনীতিৰ ক্ষেত্ৰতো বৰ্তমান যুগৰ উৎপাদন বা অৰ্থনীতিৰ দোষবিলাক বাদ দি কিন্তু এতিয়াতকৈও উন্নত ধৰণে কাম কৰাৰ উপায় হিচাপে যন্ত্ৰ আৰু উৎপাদন প্ৰণালী উলিয়াব পাৰিব লাগিব। গান্ধীবাদী সমাজ গঢ়াৰ উদ্দেশ্যে আজি যন্ত্ৰ-জগতত যি উন্নতি হৈছে তাত বৈপ্লৱিক পৰিবৰ্তন কৰিব পৰা অধিকতৰ উন্নত যন্ত্ৰ উলিওৱাৰ প্ৰয়োজন হ'ব। কিয়নো, পৃথিবী হিচাপে চালে আধুনিক যন্ত্ৰতকৈ বহুত গুণ কম উৎপন্ন হোৱা পুৰণি কলীয়া খঁতৰ, ঘানী বা ঢেঁকীৰদ্বাৰা গান্ধীবাদী অৰ্থনীতি আৰু সমাজ গঢ়ি তোলা সম্ভৱপৰ নহয়। কোনো ক্ৰান্তিকাৰী

মতবাদেই পিছৰ যুগৰ উৎপাদন প্ৰণালীলৈ ঘূৰি যোৱাৰ কথা ভাবিব নোৱাৰে। গান্ধীবাদে আটাইতকৈ ক্ৰান্তিকাৰী সমাজ-ব্যৱস্থাৰ কল্পনা কৰিছে। গতিকে গান্ধীবাদৰ উৎপাদন প্ৰণালী আজিলৈকে বিজ্ঞানে যিমানলৈকে উৎপাদন প্ৰণালীত উন্নতি কৰিছে তাতোকৈও এখোজ বেছি আগবাঢ়ি যাব লাগিব। হ'ব পাৰে যে, এতিয়াতকৈ এটা বেলেগ ধাৰা ল'ব লাগিব; কিন্তু নিশ্চয় এতিয়াতকৈ উন্নতি হ'ব লাগিব।

আধুনিক যন্ত্ৰ-সভ্যতাত উৎপাদন কেন্দ্ৰীভূত কৰিব লগা হোৱাত পুঁজিবাদৰ নানা অনিষ্টকাৰী ফল দেখা দিছে। সমাজবাদ বা সাম্যবাদৰ নীতি অনুসৰণ কৰি পুঁজিবাদী আসোঁৱাহবিলাক দূৰ কৰা সম্ভৱপৰ। কিন্তু তাতো সমবিতৰণৰ দায়িত্ব ৰাষ্ট্ৰৰ হাতত ৰাখিবলগীয়া হয়। ৰাষ্ট্ৰ পৰিচালনাত কিবা বেমেজালি ঘটিলে বিতৰণৰ ক্ষেত্ৰতো বেমেজালি হোৱাৰ ভয় থাকে। গান্ধীবাদে সেই কাৰণে কল্পনা কৰিছে যে, উৎপাদন প্ৰণালীটোৱেই এনে হ'ব যে, ক'তো কেতিয়াও বিতৰণৰ অসাম্য সৃষ্টি হ'ব নোৱাৰে অৰ্থাৎ কোনো এঠাইত বা কাৰো হাতত বেছি সম্পত্তি জমা হোৱাৰ সুবিধাই নাথাকিব। গান্ধীবাদৰ এই মহান কল্পনাৰ কাৰ্যকৰী ৰূপ দিয়াৰ অসুবিধা হৈছে এয়ে যে, সেই কল্পনাৰ উপযোগী হিচাপে উৎপাদনৰ উন্নত হাতিয়াৰ বা যন্ত্ৰ এতিয়াও আৱিষ্কাৰ কৰিব পৰা নাই। আগৰ ঢেঁতৰ আৰু গাড়ীৰ যুগলৈ ঘূৰি গৈ সেই কল্পনাক ৰূপ দিব নোৱাৰি। ভাৰতত বহুত মানুহে কাম নেপায়। এটা হিচাপমতে ভাৰতত এককোটি দিনৰ কাম এনেকৈ লোকচান হয়। আংশিকভাৱে কাম নোপোৱাসকলৰ কাৰণে ১১ কোটি কামৰ দিন হানি হয়। বৰ্তমান যুগৰ উপযোগী শিল্প প্ৰতিষ্ঠা কৰি, ভাৰতৰ কোটি কোটি নিবনুৱাক পূৰা কাম দিয়া আজিৰ অৱস্থাত অসম্ভৱ কাৰণে, সাধাৰণ ঢেঁতৰ আদিৰে হলেও কাম দিলে, তেওঁলোকৰ আৰু দেশৰ কিছু উপাৰ্জন বাঢ়িব। ইয়াৰ যুক্তিযুক্ততা কেও অস্বীকাৰ কৰিব নোৱাৰে। পৰিকল্পনা আয়োগৰ সভ্য শ্ৰীমান নাৰায়ণে তলপতে হিচাপ দিছে যে কাপোৰ কলত ৩০০ কোটি টকাৰ মূলধন খাটে; কেন্দ্ৰীয় চৰকাৰৰপৰাও

তেওঁলোকে এহেজাৰ কোটি টকা সাহায্য পাইছে ; কিন্তু তাত কাম পায় প্ৰায় আঠ লাখ মানুহেহে। আনহাতেদি গান্ধী আশ্ৰমত বছৰি মাত্ৰ চাৰি কোটি টকাৰ খাদী উৎপন্ন হয় যদিও, ২০ লাখ মানুহে কাম পায়। ভাৰতৰ অৱস্থাত যে খাদী বা গ্ৰামোদ্যোগৰ ঠাই আছে, ই তাৰ অকাট্য প্ৰমাণ। আন এটা হিচাপমতে ভাৰতত হানি হোৱা দুইকোটি দিনত দিনে ৪ অনাৰ উৎপন্ন হলেও, সৰ্বমুঠ দিনে ৫০ লাখ টকাৰ উপাৰ্জন বাঢ়িব। কিন্তু এই কথা কোনো দেশৰ বিশেষ পৰিস্থিতিৰ কথাহে।

সাময়িকভাৱে ভাৰতৰ বিশেষ পৰিস্থিতিত এই যুক্তি বিশেষকৈ খাটে ; কিন্তু গোটেই পৃথিবীয়ে গান্ধীবাদী অৰ্থনীতি গ্ৰহণ কৰিব লাগিলে, এই যুক্তি নেখাটিব। দিনে কেই অনা মানৰ উপাৰ্জনৰ উপায় দিলে আজি কোনো সন্তুষ্ট হ'বৰ কথা নহয়। গান্ধীবাদী আদৰ্শমতেও তাতকৈ বেছি উপাৰ্জনৰ উপায় দিব পাৰিব লাগিব। জেটপ্লেনৰ গতিকো চেৰাই যাব পৰা, ডাঙৰ যন্ত্ৰ কাৰখানাৰ উৎপাদনতকৈও উৎপাদন কম নোহোৱা আৰু লগতে সমবিতৰণৰ প্ৰশ্নটো সমাধান কৰি যাব পৰাৰ কাৰণে উপযোগী যন্ত্ৰ উলিয়াব লাগিব। ই বিজ্ঞানৰ সম্ভাৱনাৰ বাহিৰত বুলি ভাবিবৰ কাৰণ নাই। শক্তিৰ ক্ষেত্ৰত যেনেকৈ খৰিৰপৰা বিজুলী শক্তিলৈকে উন্নতি হৈছে, এতিয়াও আনবিক আৰু সূৰ্যৰ শক্তি কামত লগাব পৰাৰ সম্ভাৱনা আছে, তেনেকৈ নাঙলৰ পৰা ট্ৰেক্টৰলৈকে, গৰুৰ গাড়ীৰপৰা বোমাৰু বিমানলৈকে স্তৰে স্তৰে উন্নত যন্ত্ৰৰ আবিষ্কাৰ হৈছে যদিও গান্ধীজীৰ কল্পনামতে কোনেও কাৰো পৰিশ্ৰম চুৰি নকৰাকৈ, কোনেও কাকো শোষণ কৰিবৰ সুবিধা আৰু প্ৰয়োজন নথকা কিন্তু এতিয়াতকৈ বহুত উন্নত যন্ত্ৰ আবিষ্কাৰ হ'ব নোৱাৰে বুলি ভাবিবৰ কোনো কাৰণ নাই। ভাৰতৰ সৃজনী প্ৰতিভাৰ এবাৰ উন্মেষণ হলে হয়তোবা গান্ধীজীৰ সপোনৰ ৰামৰাজ্য ৰচনাৰ কাৰণে ভাৰততেই যন্ত্ৰ-জগতৰ পট পৰিবৰ্তন হ'ব পাৰিব।

# দ্বিতীয় মহাযুদ্ধৰ পিছৰ যন্ত্ৰ আৰু শিল্প বিপ্লৱ

আজি যেতিয়া চাৰিওফালে বিজ্ঞানৰ, যন্ত্ৰজগতৰ নানা উন্নতি দেখো—বিজ্ঞানৰ অপৰিসীম সম্ভাৱনাৰ কথা ভাবো তেতিয়া বিস্ময় আৰু আনন্দৰ সীমা নাথাকে। দ্বিতীয় মহাযুদ্ধৰ পিছত কৃষি আৰু শিল্পৰ ক্ষেত্ৰত আগৰ যন্ত্ৰ আৰু শিল্প বিপ্লৱক চেৰাই যোৱা নতুন বিপ্লৱ হৈছে। বিজ্ঞানৰ নানা আবিষ্কাৰৰদ্বাৰা বহুবিষয়তে বৈপ্লবিক পৰিবৰ্ত্তন হৈছে। আনবিক শক্তি মানুহৰ আয়ত্বলৈ আহিছে। এই সকলোৰে উপৰি অলপতে সিদিনা ৰাছিয়া আৰু যুক্তৰাষ্ট্ৰৰপৰা এজনৰ পাছত আনজনকৈ শ্ৰীমতী ভেলেন্টিনা টাৰেস্কভাৰে সৈতে দহজনে মহাকাশত পাৰি দিছে। কৃত্ৰিম উপগ্ৰহৰে পৃথিবী প্ৰদক্ষিণ কৰি তেওঁলোকে পৃথিবীলৈ উভটি আহিছে। নৈসৰ্গিক ভ্ৰমণে মানুহৰ জীৱনত কিমান যে পৰিবৰ্ত্তন সাধন কৰিব—বিভিন্ন ক্ষেত্ৰত কিমান উন্নতি হ'ব পাৰিব, সেই কথা আজি কল্পনা কৰাও টান। এটা কথাৰ-পৰা তাৰ কিছু আভাস পোৱা যাব। ৰেডিঅ' আৰু কেৱলচৰ জৰিয়তে আজিকালি 'তাঁৰ' আৰু 'ফোন' কৰাৰ যি পদ্ধতি আছে, তাৰ লগতে বা আংশিকভাৱে তাৰ পৰিবৰ্তে ১৯৬৬-৬৭ চনত নৈসৰ্গিক পৰিবহনৰ ব্যৱস্থা কৰা অদূৰ ভবিষ্যতত সম্ভৱপৰ হ'ব বুলি আজি জনা গৈছে। নৈসৰ্গিক পৰিবহণ (Satellite Communication) হৈছে নভো মণ্ডলৰ (outer space) শান্তিপূৰ্ণ প্ৰয়োগৰ এটা দিশ। যুক্তৰাষ্ট্ৰ এই বিষয়ে আগবাঢ়িছে। ডাঃ সাৰাভাইৰ নেতৃত্বত নভো-মণ্ডলৰ গৱেষণাৰ ভাৰতীয় জাতীয় কমিটীয়ে (The Indian National Committee on Space research) কাম কৰিছে।

আজি বিজ্ঞানৰ ক্ষেত্ৰত মানুহ যিমানেই আগবাঢ়িছে তিমানেই মানুহে বুজিছে আৰু বিনম্ৰভাৱে স্বীকাৰ কৰিব লগা হৈছে যে তেওঁ

যি জানিছে বা পাইছে সি সামান্য। নৈসৰ্গিক ভ্ৰমণ যেতিয়া সম্ভৱ হৈছে, অদূৰ ভবিষ্যতত গ্ৰহান্তৰলৈ যোৱা যেতিয়া সম্ভাৱনাৰ ভিতৰলৈ আহিছে, তেতিয়া অনন্তকোটি বিশ্বব্ৰহ্মাণ্ড সম্পৰ্কে মানুহে আগতকৈও ভালকৈ ধাৰণা কৰিবৰ সুবিধা হৈছে। মানুহে আজি পৰিষ্কাৰকৈ দেখিছে আৰু বুজিছে যে, কৃত্ৰিম গ্ৰহৰে ভূ প্ৰদক্ষিণ কৰিব পৰা হলেও, অনন্তকোটি ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰাতিক্ষুদ্ৰ সামান্য অংশ এটাৰহে তেওঁলোকে আভাস পাইছে। প্ৰথম মানুহে যেতিয়া দূৰ দেশলৈ যাব নোৱাৰিছিল তেতিয়া কোনো কবিয়ে কিবা এটা অসম্ভৱ কল্পনা কৰিলেও পৃথিবীখন ইমান সৰু বুলি ভাবিছিল যে পৃথিবী নিজৰ অঞ্চলৰ ভিতৰতে—"ধুবুৰিতে" সীমাবদ্ধ আছিল বুলি ভাবিছিল। কিন্তু যেতিয়া দূৰ দেশলৈ ভ্ৰমণ আৰম্ভ হ'ল, মানুহে বুজিলে যে পৃথিবীখন কিমান ডাঙৰ! সেইদৰে গ্ৰহান্তৰলৈ যোৱাৰ সম্ভাৱনা আজি যেতিয়া দেখা দিছে তেতিয়া অনন্ত তাৰকাৰ ৰাজ্যখনৰ—নীহাৰিকাৰ আৰু বিভিন্ন সৌৰজগতৰ ধাৰণা আগতকৈয়ো বাস্তৱ হৈ পৰিছে।

## বিজ্ঞানৰ অপপ্ৰয়োগৰ বিভীষিকা

আজিৰ মানুহে বুদ্ধিৰ চৰম বিকাশ কৰিছে। চাৰিওফালে বিজ্ঞানৰ জয় জয়কাৰ। কিন্তু মানুহৰ বুদ্ধিৰ ইয়াতেই ব্যৰ্থতা—বিয়োগান্ত নাটকৰ দৰে শোকাবহ ঘটনা এয়ে যে, বিজ্ঞানৰ অৱদান-ৰাশি সৰ্বজনৰ কল্যাণৰ কামত লগাব পৰা হোৱা নাই। আধুনিক যুদ্ধ অৰু অস্ত্ৰৰ প্ৰতিযোগিতাই তাৰ এটা সৰ্বপ্ৰধান বাধা। আমেৰিকা যুক্তৰাষ্ট্ৰৰ 'বম্বাৰে' ১৯৬০ চনৰ ১মে তাৰিখে যেতিয়া ৰাছিয়াৰ ৬০,০০০ ফুট ওপৰেদি উৰিছিল তেতিয়া ৰাছিয়াই দাবী কৰিছিল যে তেওঁলোকৰ 'ফাইটাৰে' ৯১,৮০০ ফুট ওপৰেদি যাব পাৰে। ৰচনাত্মক কামতকৈ ধ্বংসৰ কামৰ কাৰণে এনে প্ৰতিযোগিতা চলিছে। বিজ্ঞানৰ নোহোৱা নোপজা উন্নতিয়ে প্ৰমাণ কৰা মতে

মানুহৰ বুদ্ধিৰ যেতিয়া জয় জয়কাৰ, আচৰিত কথা যে তেতিয়াই আকৌ মানুহৰ বুদ্ধিৰ বিপৰ্যয় ঘটিছে। মানুহৰ বুদ্ধিয়ে দেশ আৰু দেশৰ ভিতৰত দেখা দিয়া বিবাদৰ প্ৰশ্নসমূহ শান্তিপূৰ্ণভাৱে মীমাংসাৰ উপায় উলিয়াব নোৱাৰি মানুহে পৃথিবীৰ সেউজীয়া ঘাঁহনি মানুহৰ তেজেৰে ৰঙালী কৰিছে। ইয়াতকৈ শোকাবহ কথা একো নাই। অৱশেষত এতিয়া বিজ্ঞানৰ শ্ৰেষ্ঠ আবিষ্কাৰ আনবিক শক্তিয়ে এনে এক বিভীষিকাৰ সৃষ্টি কৰিছে যে মানুহ জাতি ইয়াৰ পূৰ্বে কোনো যুগতে এনে অৱস্থাৰ সন্মুখীন হ'ব লগা হোৱা নাছিল। বিজ্ঞানৰ সুযোগ সকলোকে নিদিয়াৰ কাৰণে—বিজ্ঞানৰ অপপ্ৰয়োগৰপৰা—নিউক্লিয়াৰ অস্ত্ৰ-শস্ত্ৰৰপৰা আজি পৃথিবীত যি সঙ্কট দেখা দিছে তাৰ কাৰণে বিজ্ঞান আৰু বৈজ্ঞানিকসকলক কি পৰিমাণে দায়ী কৰিব পাৰি সেইটো এটা বিচাৰৰ বিষয়। যি অগ্নি মানুহৰ জীৱন ধাৰণৰ কাৰণে অতীব প্ৰয়োজনীয়,—তাৰ এটা ফিৰিঙতিৰপৰা খাণ্ডৱদাহো হ'ব পাৰে, যি অস্ত্ৰ আৰু সাধনৰে শিলনি পথাৰ আৰু মৰুভূমিকো মানুহে শস্য শ্যামলা কৰিব পাৰে তাৰেই আকৌ সেউজীয়া পৃথিবীক মানুহৰ তেজেৰে ৰঙালীও কৰিব পাৰে। ই যন্ত্ৰ আৰু সাধনাৰ অন্তৰ্নিহিত আসোঁৱাহৰ কথা নহয়, ই যন্ত্ৰ চালকৰ—প্ৰয়োগকাৰীৰ অবিবেচনা বা অজ্ঞতা। বিজ্ঞানে মানুহক জীৱন নিৰ্বাহত নানান সুবিধা দিব খুজিছে। মানুহে কেতিয়াবা যদি নিজৰ দুৰ্বুদ্ধিতাৰ কাৰণে সেই আশীৰ্বাদ নেওচা দিয়ে, তেৱেঁই তাৰ কাৰণে জগৰীয়া—বিজ্ঞান নহয়।

ধ্বংসাত্মক নিউক্লিয়াৰ অস্ত্ৰ তৈয়াৰ কৰাৰ কাৰণে গৱৰ্ণমেণ্টৰ তলত কাম কৰা কোনো কোনো বৈজ্ঞানিক যে দোষৰ ভাগী নহয় এনে কথা ক'ব নোৱাৰি। কিন্তু বিশিষ্ট বৈজ্ঞানিকসকলৰ বেছিভাগেই নিউক্লিয়াৰৰ সঙ্কটৰ বিৰুদ্ধে মানুহ জাতিক সজাগ কৰিবলৈ চেষ্টা কৰিছে। ১৯৫৫ চনৰ ১৫ জুলাই তাৰিখে পশ্চিমৰ দেশসমূহৰ বিশিষ্ট বৈজ্ঞানিকসকলে তলত দিয়া বিবৃতিটো দিছিল ঃ

“আমি যিসকলে এই গোহাৰিত চহী কৰিছো—আমাৰ দেশ বেলেগ, আমাৰ ধৰ্ম আৰু ৰাজনীতিৰ বিশ্বাসো একে নহয়, কিন্তু আমাৰ আটাই কেইজনৰে ভাগ্যত ন’বেল প্ৰাইজ পোৱাৰ সৌভাগ্য ঘটিছে। আমি আমাৰ জীৱন বিজ্ঞানৰ সেৱাত লগাব পাৰি সুখী হৈছো। কিয়নো আমি বিশ্বাস কৰো যে, মানুহ জাতিৰ সম্পূৰ্ণ জীৱনৰ কাৰণে বিজ্ঞানেই সৰ্বশ্ৰেষ্ঠ পন্থা। কিন্তু যেতিয়া আমি উপলব্ধি কৰো যে, এই বিজ্ঞানেই আকৌ আত্মহত্যাকাৰী অস্ত্ৰ মানুহৰ হাতত তুলি দিছে তেতিয়া আতংক বোধকৰো!

“সমগ্ৰ যুদ্ধ আৰু বৰ্তমান যি অস্ত্ৰ আছে সেই অস্ত্ৰৰ ব্যৱহাৰৰ-দ্বাৰা পৃথিবী ৰেডিঅ’ এক্টিভিটিৰে ইমান বিষাক্ত হৈ পৰিব পাৰে যে, তাৰ ফলত সকলোজাতি—যুদ্ধৰত আৰু নিৰপেক্ষ—ধংস হৈ যাব।

“ডাঙৰ শক্তিবিলাক যদি যুদ্ধত লিপ্ত হৈ পৰে কোনে ক’ব পাৰে যে ই এখন প্ৰলয়ংকৰী যুদ্ধত পৰিণত ন’হব। সেইকাৰণে যি জাতি সমগ্ৰ যুদ্ধত নামে, তেওঁলোকে নিজৰো ধংস মাতি আনে আৰু গোটেইখন পৃথিবীকে বিপদত পেলায়।

“আমি অস্বীকাৰ নকৰোঁ যে, এই ধংসকাৰী অস্ত্ৰবিলাকৰ যি ভয় সেই ভয়েই বৰ্তমান সময়ত পৃথিবীত শান্তিৰক্ষা কৰিছে। কিন্তু আমি ভাবো যে, কোনো গৱৰ্ণমেণ্টে যদি বিশ্বাস কৰে যে এনে অস্ত্ৰৰ ভয়েই যুদ্ধ শেষলৈকে বন্ধ কৰি ৰাখিব তেন্তে সেইটো-তেওঁলোকৰ মাৰাত্মক ভুল হ’ব। কিয়নো ভয় আৰু উত্তেজনাৰ অৱস্থাৰ ফলতে প্ৰায়েই যুদ্ধ লাগিছে। ই এটা আত্ম-প্ৰৱঞ্চনাৰ কথা বুলি আমি ভাবো যে, সাধাৰণ সংঘৰ্ষবিলাক এতিয়া চলি থকা অস্ত্ৰ-শস্ত্ৰেৰেই মীমাংসা হ’ব। চূড়ান্ত বিপদৰ সময়ত কোনো যুদ্ধৰত শক্তিয়েই বিজ্ঞানৰ কৌশলেৰে পাব পৰা যি কোনো অস্ত্ৰ ব্যৱহাৰ নকৰাকৈ নাথাকিব। এই কাৰণে সকলো জাতিয়েই তেওঁলোকৰ বৈদেশিক নীতিৰপৰা বল প্ৰয়োগৰ নীতি বাদ দিবলৈ স্বইচ্ছাৰে সিদ্ধান্ত কৰিবই লাগিব। ইয়াকে নকৰিলে তেওঁলোক নিৰ্মূল হ’ব।”

ডাঃ লিনাচ কাৰ্ল-পাউলিন্ প্ৰমুখ্যে ন হেজাৰ দুশ পঁয়ত্ৰিশজন বৈজ্ঞানিকে চহী কৰি ১৯৫৮ চনত বিশ্বৰাষ্ট্ৰ সঙ্ঘৰ ওচৰত নিউক্লিয়াৰ অস্ত্ৰ নিৰ্মূল কৰাৰ প্ৰথম খোজ হিচাপে তাৰ পৰীক্ষা বন্ধ কৰিবলৈ এখন দৰ্খাস্ত দিছিল। ডাঃ পাউলিনে ১৯৬২ চনৰ কাৰণে শান্তিৰ ন'বেল প্ৰাইজ পাইছে। আমেৰিকাৰ গৱৰ্ণমেণ্ট তেওঁৰ ওপৰত ৰুষ্ট হৈছিল যদিও তেওঁ দৃঢ়তাৰে কৈছিল যে নিউক্লিয়াৰ পৰীক্ষাৰপৰা অকল বৰ্তমান পুৰুষৰ মানুহ জাতিৰে যে স্বাস্থ্য হানি হ'ব এনে নহয়, ভৱিষ্যত পুৰুষৰো স্বাস্থ্য হানি হ'বৰ আশংকা আছে। ভাৰত চৰকাৰেও বৈজ্ঞানিকসকলৰদ্বাৰা লিখোৱা 'নিউক্লিয়াৰ অস্ত্ৰ আৰু তাৰ পৰিণাম' নামে এখন পুস্তিকা ১৯৫৬ চনত উলিয়াইছিল। ইয়াৰ দ্বিতীয় সংস্কৰণ ওলায় ১৯৫৮ চনত। এই পুস্তিকাখন সম্পৰ্কে মন্তব্য কৰি বাট্ৰাণ্ড ৰাছেলে লিখিছে—"ই এখন সম্পূৰ্ণৰূপে নিৰপেক্ষ আৰু নিৰ্ভৰশীল ৰিপ'ৰ্ট। কিন্তু এই কাৰণেই ই পূব আৰু পশ্চিমৰ কূটনীতি বিশাৰদ-সকলৰ কামত নাহিছিল। চাঞ্চল্য সৃষ্টি কৰিব খোজা সাংবাদিকৰ কাৰণেও ইয়াত সমল নাছিল। সেই কাৰণে ইয়াৰ বিষয়ে পূব আৰু পশ্চিমত বিশেষ প্ৰচাৰ নহ'ল।"

১৯৫৫ চনৰ আগষ্টত পৃথিবীৰ গৱৰ্ণমেণ্টৰ কাৰণে পাৰ্লিয়ামেণ্টৰী এচোচিয়েচনৰ এখন জৰুৰী সভা বহিছিল। চোভিয়েট ৰাচিয়াৰপৰা সেই সভালৈ চাৰিজন প্ৰতিনিধি গৈছিল। আন সকলো স্বাধীন দেশৰে প্ৰতিনিধি তালৈ পঠোৱা হৈছিল। পাৰ্লিয়ামেণ্টৰ মেম্বৰসকলৰ বাহিৰেও বৈজ্ঞানিক, দাৰ্শনিক আদিয়েও সেই সভাত যোগ দিছিল। কাৰ্যসূচী আদি প্ৰধানকৈ বৈজ্ঞানিকসকলে কৰিছিল। পূব-পশ্চিমৰ প্ৰতিনিধিসকলৰ ভিতৰত কোনো ৰকমৰ বেয়া ভাব দেখা নগৈছিল। বাট্ৰাণ্ড ৰাছেলে এই বিষয়ে লিখিছে যে—"সভাৰ আলোচনাত এনেহে অনুমান হৈছিল যে, পূব-পশ্চিমৰ টনা-আঁজোৰাখন অতি সোনকালে কমাব পৰা যাব আৰু গৱৰ্ণমেণ্টবিলাকে মীমাংসাৰ অতীত বুলি ভবা বহুত সমস্যা কোনো পক্ষৰ মূল স্বাৰ্থ হানি নকৰাকৈ মীমাংসা হ'ব

পাৰিব।” সভাত গৃহীত হোৱা প্ৰস্তাৱৰপৰা তলৰ কথাখিনি তুলি দিয়া হ’ল ঃ

• “যিহেতু এতিয়া ভয়ৰ কাৰণ আছে যে ভৱিষ্যতে বিশ্বযুদ্ধ লাগিলে নিউক্লিয়াৰ অস্ত্ৰ ব্যৱহাৰ হ’ব পাৰে আৰু যিহেতু এনে অস্ত্ৰ অপৰিসীম কষ্ট আৰু ধ্বংসৰ কাৰণ হ’ব পাৰে সেইহেতু আমি পৃথিবীৰ সকলো গৱৰ্ণমেণ্টকে এই কথা উপলব্ধি কৰিবলৈ আৰু প্ৰকাশ্যভাৱে ঘোষণা কৰিবলৈ অনুৰোধ কৰোঁ যে, যুদ্ধৰদ্বাৰা তেওঁলোকৰ উদ্দেশ্য কেতিয়াও পূৰণ হ’ব নোৱাৰে। অলপতে বিজ্ঞানৰ যি উন্নতি হৈছে বিশ্ব-মানৱৰ কাৰণে তাৰ ফলাফল কি হ’ব পাৰে সেই বিষয়ে তদন্ত আৰু পৰীক্ষা কৰিবলৈ আমি অনুৰোধ জনাওঁ। আন্তৰ্জাতিক বিবাদসমূহৰ শান্তিপূৰ্ণ মীমাংসাৰ উপায়ো তাৰে লগতে বিচাৰ্য।”

এজন বিখ্যাত নিউক্লিয়াৰ বিজ্ঞান বিশেষজ্ঞই ১৯৪৫ চনতে ফ্ৰেংকৰিপ’ৰ্ট নামে এখন ৰিপ’ৰ্ট ইংলণ্ডৰ যুদ্ধৰ চেক্ৰেটাৰিৰ ওচৰত দাখিল কৰিছিল। এই ৰিপ’ৰ্টত আঙুলিয়াই দেখুওৱা হয় যে, নিউক্লিয়াৰ শক্তি আৱিষ্কাৰ কৰি যি কৃতকাৰ্যতা লাভ কৰা হৈছে সি অতীতৰ সকলো আৱিষ্কাৰতকৈ বেছি বিপদজনক। এই ৰিপ’ৰ্টত আৰু কোৱা হৈছিল যে, নিউক্লিয়াৰ শক্তিৰ কথা বেছি দিন গোপন ৰখা সম্ভৱপৰ নহ’ব। তেওঁলোকে ভৱিষ্যতবাণী কৰাদি কৈছিল যে, কেইবছৰমানৰ ভিতৰতে ৰাছিয়াই ‘এটম ব’ম’ তৈয়াৰ কৰিব পাৰিব। দৰাচলতে হিৰোশ্বিমাৰ চাৰিবছৰৰ পিছতে ৰাছিয়াই ‘এটম ব’ম’ কৰে। যিসকলে ‘এটম ব’ম’ৰ সৃষ্টিৰ কাৰণে কাম কৰিছিল, তেওঁ-লোকৰ বেছি ভাগে তেতিয়াই ইয়াৰ বিপদ সম্পৰ্কে ৰাজনীতিক-সকলক সাৱধান কৰি দিছিল। নিয়েলচ্ বোহাৰ আইনষ্টাইনৰ পিছতে সেই সময়ৰ যে সৰ্বশ্ৰেষ্ঠ পদাৰ্থ বিজ্ঞানৰ পণ্ডিত তাত কোনো সন্দেহ নাই। ‘এটম ব’ম’ৰ ভৱিষ্যত নিয়ন্ত্ৰণ সম্পৰ্কে আন্তৰ্জাতিক চুক্তি কৰিবলৈ তেওঁ চাৰ্চিল আৰু ৰুজভেল্ট দুয়োকে সনিৰ্বন্ধ অনুৰোধ জনাইছিল; কিন্তু চাৰ্চিল বা ৰুজভেল্ট কোনেও তেওঁৰ কথালৈ

কাণ দিয়া নাছিল। ৰুজভেল্ট ঢুকুৱাৰ সময়ত নিয়েলচ্ বোহাৰৰ গোহাৰিখন নোখোলা অৱস্থাত তেওঁৰ ডেক্সত পৰি থকা পোৱা গৈছিল।

১৯৪৫ চনতে বিজ্ঞানৰ পণ্ডিতসকলে যি সাৱধান বাণী শুনাইছিল, তাক ৰাজনীতি অনভিজ্ঞ মানুহৰ অকাৰ্যকৰী কথা বুলি অৱহেলা কৰা হৈছিল; কিন্তু পিছৰ পৰিস্থিতিয়ে প্ৰমাণ কৰিছে যে, বৈজ্ঞানিক-সকলে সেই দিনত যি কথা কৈছিল মানুহৰ ভৱিষ্যতৰ কাৰণে তাতকৈ বাস্তৱ কথা একো নাই। মানুহজাতিৰ জীৱন-মৰণৰ প্ৰশ্ন এটা সম্পৰ্কে উদাসীনতা দেখুৱাই ৰাজনীতিকসকলে অদূৰদৰ্শিতাৰ আৰু অকাৰ্যকৰী মনোভাৱৰ পৰিচয় দিছিল। সৌভাগ্যক্ৰমে সম্প্ৰতি এনে মনোভাৱৰ কিছু পৰিবৰ্তন হৈছে। ১৯৬৩ চনৰ ৫ আগষ্ট তাৰিখে মস্কোত ৰাছিয়া, যুক্তৰাষ্ট্ৰ আৰু বৃটেইন এই তিনি বৰমূৰীয়া শক্তিয়ে মাটিৰ তলৰ বাহিৰে অন্যপ্ৰকাৰৰ আনৱিক পৰীক্ষা বন্ধ কৰিবলৈ যি চুক্তি কৰিলে সি মানুহ জাতিৰ কাৰণে এই সময়ত সকলোতকৈ বেছি আনন্দৰ কথা। যি কিজন ৰাষ্ট্ৰনায়কে এই চুক্তি কৰিছে, তেওঁলোক আমাৰ সকলোৰে শলাগৰ পাত্ৰ। তেওঁলোকৰ শুভবুদ্ধি জাগ্ৰত হোৱাতো ঈশ্বৰৰ আশীৰ্বাদ; কিন্তু ব্যক্তিগতভাৱে ৰাষ্ট্ৰনায়ক কেইজনমানৰ কাৰণেই ই সম্ভৱপৰ হৈছে বুলি ভাবিলেও ভুল হ'ব। দৰাচলতে, বিভিন্ন দেশৰ বৈজ্ঞানিক, দাৰ্শনিক আৰু মনীষীসকলে পৃথিবীত যুদ্ধ আৰু বিশেষকৈ আনৱিক পৰীক্ষাৰ বিৰুদ্ধে যি জনমত গঢ়ি তুলিছে তাৰ প্ৰভাৱত এনে এখন চুক্তি হোৱা আজি সম্ভৱ হৈছে। আজিৰ জাগতিক গতিয়ে—দৰ্শন, বিজ্ঞান আৰু অৰ্থনীতিৰ শক্তিসমূহে, ইচ্ছা থাককেই বা নেথাককেই যুক্তৰাষ্ট্ৰ আৰু ৰাছিয়াক পৰস্পৰৰ ওচৰলৈ অনাৰ কাৰণে অনুকুল বতৰ সৃষ্টি কৰিছে। ১৯৬৪ চনৰ ফেব্ৰুৱাৰী মাহত ভাৰতৰ উদয়পুৰত পৃথিবীৰ বিভিন্ন দেশৰ বৈজ্ঞানিক-সকলৰ পুগৱাচ সন্মিলন বহিছিল। যেই সন্মিলনত বৈজ্ঞানিক-সকলে বিশ্বশান্তি আৰু প্ৰগতিৰ উদ্দেশ্যে এখন আঁচনি গ্ৰহণ কৰে।

জাতীয় সংকীৰ্ণতাৰ ভাব নেৰাখি, তেওঁলোকে পৃথিবীৰ সমস্যাবিলাক অনুশীলন কৰিছিল আৰু তেওঁলোকৰ মতে সিদ্ধান্তত উপনীত হৈছিল। তেওঁলোকে দেখুৱাইছে যে আজি পৃথিবীৰ গৱৰ্ণমেণ্টবিলাকে অস্ত্ৰ-শস্ত্ৰত যিমান ধন খৰচ কৰে, তাৰ $\frac{1}{5}$ অংশও যদি অনুন্নত দেশবিলাকৰ উন্নয়ণমূলক কামত লগোৱা হয়, তেন্তে সেই অনুন্নত দেশবিলাকৰ অৰ্থনৈতিক আৰু সামাজিক উন্নতি এতিয়াৰ তুলনাত দুগুণ বাঢ়িব পাৰে। ৰাজনৈতিক সংকীৰ্ণতাই যদি এনে প্ৰচেষ্টাৰ পথ ৰোধ কৰে তেন্তে সি ৰাজনীতিৰে ব্যৰ্থতাৰ কাৰণ হ'ব। দুৰ্ভাগ্যৰ কথা যে এনে অপচেষ্টাৰ দৃষ্টান্ত আমাৰ আগত নোহোৱা নহয়। কমিউনিষ্ট চীন আৰু পশ্চিমীয়া শক্তিপুঞ্জৰ অন্যতম ফ্ৰান্সে ৰাছিয়া, আমেৰিকা ওচৰ চাপিব খোজা দেখি ভাল পোৱা নাই। অতি আচৰিত কথা এনে বিপৰ্যয়মূলক চিন্তাধাৰাও সম্ভৱ হৈছে যে চীনে আনৱিক পৰীক্ষা বন্ধ কৰা চুক্তিৰো বিৰোধিতা কৰিছে। যোৱা মহাযুদ্ধত ২ই কোটি মানুহ হয় মৃত্যু মুখত পৰিছে নহয় জীৱনৰ কাৰণে ঘৃণীয়া হৈছে। তত্ৰাচ চীনৰ ৰাষ্ট্ৰনায়ক মাৱে আনৱিক যুদ্ধৰ বিভীষিকাকো 'কাগজৰ বাঘ' (Paper Tiger) বুলি উপলুঙা কৰিব পাৰিছে আৰু পৃথিবীৰ আধা মানুহৰ মৃত্যু ঘটাব পৰা কথাটোও উদ্বেগৰ বিষয় নহয় বুলি ক'ব পাৰিছে। এনে-বিলাক কথা ক্ষমতা ৰাজনীতিয়ে মানুহক অন্ধলা কৰাৰ দৃষ্টান্ত।

## মানুহ জাতিৰ ভৱিষ্যত

মানুহ জাতিৰ ভৱিষ্যত নিৰ্ভৰ কৰিছে এই যুগৰ মৰ্মভেদ কৰি যি মোৰ নোহোৱা প্ৰশ্নৰ উদ্ভৱ হৈছে তাৰ নিৰাকৰণৰ ওপৰত। পলুৱে নিজৰ মুখৰপৰা ওলোৱা সূতাৰে নিজক মেৰিয়াই লোৱাৰ দৰে আজিৰ মানুহে নিজে সৃষ্টি কৰা সমস্যাৰ মাজত সোমাই বান্ধ খাই পৰিছে। সমস্যা দেখা দিয়াতো দোষৰো নহয়, দুখৰো নহয়। কিয়নো,

মানুহৰ জীৱনেই হৈছে সমস্যাৰ লগত যুদ্ধ কৰাৰ জীৱন। সমস্যা বিহীন জীৱন কল্পনা কৰিব নোৱাৰি। স্রষ্টাৰ লগত সৃষ্টিৰ ব্যৱধানেই সকলো সমস্যাৰ বা দুখৰ মূল। জীৱন্মুক্ত হ'ব নোৱাৰালৈকে জীৱনো এটা সমস্যা। তাৰপৰা কাৰো উদ্ধাৰ নাই; কিন্তু এটা সমস্যা সমাধান কৰি, মানুহে বীৰত্বৰে অন্য সমস্যাৰ সন্মুখীন হ'ব পাৰিব লাগিব। এটা সমস্যা বেছি দিন যেতিয়া মীমাংসা নোহোৱাকৈ থাকে, তেতিয়াই মানুহৰ পৰাজয়। মানুহে কেতিয়াও এই পৰাজয় মানি ল'ব নোৱাৰে। বিজ্ঞানৰ অভূতপূৰ্ব সাফল্য লাভ আৰু প্ৰাচুৰ্য সৃষ্টি, দৰিদ্ৰতাৰ দুখ, ঐশ্বৰ্যৰ অশান্তি, বিজ্ঞানৰ অপপ্ৰয়োগৰ বিভীষিকা— এই সকলোৱে বৰ্তমান যুগত যিবিলাক শুভ-অশুভ, মংগলজনক বা অমংগলীয়া প্ৰশ্নৰ উদ্ভৱ কৰিছে, তাৰ মীমাংসা কোনে কৰিব আৰু কি প্ৰণালীৰে কৰিব? প্ৰথম প্ৰশ্ন হৈছে, কোন নীলকণ্ঠই সাগৰ মন্থনত বাসুকীৰ মুখৰপৰা ওলোৱা বিষ পান কৰি মহোদধিৰ পানী বিষাক্ত নোহোৱাকৈ ৰাখিব?

কি প্ৰণালীৰে মীমাংসা হ'ব সেই প্ৰশ্নটো আমি পিছত আলোচনা কৰিম। প্ৰথম প্ৰশ্নটো সম্পৰ্কে আমি আৰম্ভণিতে ইয়াকে ক'ব খোজো যে, আজি বিজ্ঞানে যেতিয়া গণদেৱতাৰ কাৰণে পূজাৰ অৰ্ঘ্য ৰচনা কৰিছে, বেদীত গণদেবতাৰ যেতিয়া প্ৰতিষ্ঠা হৈছে, তেতিয়া অন্য দেবতাই হলাহল পান কৰিবলৈ অহাৰ কথা ভাবিব নোৱাৰি। আজিৰ যুগৰ সমস্যা, যিমানেই ডাঙৰ নহওক কোনো ব্যক্তি বিশেষে সমাধান কৰিব নোৱাৰে। আজিৰ যুগৰ চাবি-কাঠি আছে জনসাধাৰণৰ হাতত। ৰাজতন্ত্ৰ, সামন্তৰাজ বা পুঁজিবাদৰ যুগৰ দৰে ব্যক্তিৰ হাতত চাবি-কাঠি নাই। সেই কাৰণে যুগৰ বাণীৰ লগত সংগতি ৰাখি যুগমানব জাগ্ৰত হলেহে যি কোনো সমস্যা সমাধান হ'ব। আজিৰ যুগমানব জনসাধাৰণ। বহুত সময়ত আজি মানুহ ব্যৰ্থকাম হৈছে এই কাৰণেই যে পুৰণি যুগৰ সংস্কাৰৰ বশৱৰ্তী হৈ তেওঁলোকে এতিয়াও ব্যক্তিবাদৰ ওপৰত নিৰ্ভৰ কৰে। বিজ্ঞানে আজি ৰাষ্ট্ৰ-

সমাজ আৰু অৰ্থনীতিৰ ক্ষেত্ৰত বিশ্বজনীনতাৰ নীতি প্ৰয়োগ কৰি কাম কৰিছে। এই নীতিৰ লগত সামঞ্জস্য ৰাখিব নোৱাৰা আন কোনো নীতিয়েই আজিৰ অৱস্থাত কৃতকাৰ্য হ'ব নোৱাৰে। বহুত সময়ত এই মূল কথাটো নুবুজি বা নামানি মানুহ :বিব্ৰত হৈছে, বিফল মনোৰথ হৈ হা-হুমুনিয়াহ কাঢ়িছে।

প্লেটোৱে সাধাৰণ মানুহক এটা গহ্বৰৰ বন্দীৰ লগত তুলনা কৰিছিল। পোহৰলৈ পিঠি দি থকা এই বন্দীসকলে তেওঁলোকৰ সন্মুখত আঁৰি থোৱা কাপোৰ এখনত কোনো যথাৰ্থ বস্তুৰ প্ৰতিবিম্ব-বিলাক দেখে। বন্দীবিলাকে ভাবে যে, তেওঁলোকে দেখা প্ৰতিবিম্ব-বিলাকেই প্ৰকৃততে সত্য। প্ৰতিবিম্ব বুলি তেওঁলোকে ভাবিব নোৱাৰিছিল। কিয়নো তেওঁলোকে এই ছাঁবিলাকৰ বাহিৰে আন একো কেতিয়াও দেখা নাছিল। সেই কাৰণে এই ছাঁবিলাক যে আচল বস্তু নহয় প্ৰতিবিম্বহে, এই ধাৰণা তেওঁলোকৰ নহৈছিল। প্লেটোৱে তেতিয়া কল্পনা কৰিছে যে, কোনো এজন বন্দী হঠাৎ গহ্বৰৰ-পৰা মুক্তি পালে, বাহিৰলৈ ওলাই যাব পাৰিলে আৰু তেওঁ পোহৰলৈ ঘূৰি চাবলৈ বাধ্য হ'ল। প্ৰথমতে এই মুক্ত বন্দীজনে বাহিৰৰ পোহৰ দেখি চমক খাব আৰু একো ক'ব নোৱাৰা হৈ পৰিব ; কিন্তু বেছি সময় নহয়। তেওঁৰ চকুৰ যি দৃষ্টি ক্ষমতা তাৰে তেওঁ বাস্তৱ জগতখন দেখিব আৰু বুজিব পাৰিব। সেই মুক্ত বন্দীজনক আকৌ যদি গহ্বৰলৈ পঠিয়াই দিয়া হয় তেন্তে গহ্বৰৰ ভিতৰৰ চকামকা পোহৰত কিছুপূৰ্বে বাহিৰত সূৰ্যৰ পোহৰত দেখাৰ দৰে তেওঁ ধোঁৱা-কোঁৱা দেখিব। তেতিয়া গহ্বৰৰ তেওঁৰ আগৰ লগৰীয়াসকলে ক'ব "এওঁ বাহিৰলৈ ওলাই যাব পৰাৰ একমাত্ৰ ফল এয়ে হ'ল যে তেওঁ চকুৰ দৃষ্টি হেৰুৱাই আহিছে।"

বিশেষ একোজন ক্ষণজন্মা পুৰুষৰ বিশেষ প্ৰতিভা আৰু জ্ঞানে মানুহ জাতিক পোহৰৰ ৰাজ্যৰ সন্ধান দিয়ে আৰু তাৰ ফলতেই মানুহৰ উন্নতি হৈছে আৰু সাধাৰণ মানুহ প্লেটোৰ কল্পনাৰ গহ্বৰৰ

বন্দীৰ দৰে অজ্ঞ। মানুহৰ ইতিহাস ব্যাখ্যা কৰোতে ইমান দিন এনে ধাৰণাৰ ওপৰত গুৰুত্ব দি অহা হৈছে। বিখ্যাত ঐতিহাসিক টয়েনবীয়েও কৈছে—"মানুহৰ ইতিহাস মানুহৰ সমাজে গঢ় দিয়া নাই, ব্যক্তি বিশেষেহে দিছে।"

কিন্তু প্লেটো, টয়েনবী আদি বিশেষজনৰ অভিমতৰ প্ৰতি শ্ৰদ্ধা জনাই, ক'ব খোজে যে ইয়াৰ এটা বিপৰীত দিশো আছে। ইমান বছৰৰ মানুহৰ ইতিহাসে ইয়াকো প্ৰমাণ কৰিছে যে, ব্যক্তি বিশেষৰ ওপৰত অযথা গুৰুত্ব আৰোপ কৰি আৰু সৰ্বসাধাৰণৰ কথা অৱহেলা কৰি পৃথিবীৰ সমস্যাৰাশিৰ সমাধান কৰিব পৰা হোৱা নাই। যুগ-যুগান্তৰ মানুহৰ মাজত ব্যক্তিপূজা চলিছে। যুগে যুগে বিভিন্ন দেশত হিমালয়ৰ উচ্চ চূড়াকো চেৰাই যোৱা মহামানৱ, মহাপুৰুষ, বিচক্ষণ ৰাজনীতিজ্ঞ, ৰজা, ৰাষ্ট্ৰনেতা, বীৰ যোদ্ধা জন্মগ্ৰহণ কৰিছে। তেওঁলোকে মানুহ জাতিক সৃজিব নোৱাৰাকৈ ধৰুৱা কৰি থৈ গৈছে; কিন্তু তেনে লোকৰ ত্যাগ, বীৰত্ব আৰু জ্ঞানৰ ওপৰতে সকলো নিৰ্ভৰ কৰে, তেওঁ-লোকেহে গঢ়িছে আৰু গঢ়িব এই ভাবটোৱে সেইসকলৰে মহান উদ্দেশ্য সিদ্ধিত সহায় কৰা নাই। সেইসকলক বেদীত বহুৱাই পূজা কৰি সেইসকলৰ আদৰ্শ আৰু বাণী ৰক্ষা কৰা হোৱা নাই। ভুল মূল্য নিৰ্দ্ধাৰণৰ হেতুকে ইমান দিন সাধাৰণ মানুহে নিজেও নিজক অৱজ্ঞা কৰিছে,—নেতাসকলৰ ওপৰত তেওঁলোকৰ ভাগ্য নিৰ্ভৰ কৰে বুলি ভাবিবলৈ শিকিছে। আগৰ যুগত ইয়াৰ ফলাফল যিয়েই নহওক আজিৰ যুগৰ বাণীৰ লগত এনে ভাব আৰু শিক্ষা যে খাপ নেখায় তাত কোনো সন্দেহ নাই।

বিজ্ঞানৰ সাৰ্বজনীনতাৰ লগত ব্যক্তিসৰ্বস্ব ধৰ্ম খাপ খাব নোৱাৰে। বিজ্ঞানৰ সাৰ্বজনীনতা, মানৱতাৰে, মানুহৰ সামাজিকভাৱৰে—সমাজৰ প্ৰতিজনৰ জীৱনত গৌৰৱ আৰু মূল্য দিয়াৰ ভাবেৰে বিকাশ হ'ব লাগিব। আচাৰ্য বিনোবা ভাবেই এটা সুন্দৰ উপমাৰে সৰ্বজনৰ বৰগুনিৰে নতুন সমাজ ৰচনাৰ কথা বুজাই কৈছে :—ওখকৈ দ'ল বান্ধি

থোৱা চাউলৰ দ'মৰপৰা কোনোৱা এটাৰে কিছু চাউল লৈ যাওক। চাউলৰ দ'মটোত তেতিয়া কিছু ঠাই খালি পৰিব, তাত এটা গাঁত হ'ব। সেই অৱস্থাত খালি ঠাইখিনি বা গাঁতটো পূৰাবলৈ ওপৰৰ-পৰা দুই এটা চাউল বাগৰি পৰি থাকিব। এনেকৈ চাউল পৰি থাকিব যদিও গাঁতটো সম্পূৰ্ণ পূৰা নহয়। কিছু খালি পৰি থাকিব। কিন্তু এটা পুখুৰী বা কুঁৱাৰপৰা এটা বাল্টি লৈ অলপ পানী তুলি পেলালে কি দেখিব? কুঁৱাৰ পানীৰ সমতা নষ্ট নহয়। সেই পানীৰ কোনো ঠাইতে খালি নপৰে বা গাঁত নহয়। ইয়াৰ কাৰণ কি? ইয়াৰ কাৰণ হৈছে যে, যি মুহূৰ্ত্তে কুঁৱাৰ বা পুখুৰীৰ কোনো ঠাইৰপৰা কিছু পানী আঁতৰাই নি তাত কিছু খালি কৰা হয় তেতিয়া লগে লগেই সেই ঠাই পূৰাবলৈ চাৰিও ফালৰপৰা পানীৰ সোঁত ব'বলৈ ধৰে। পানীৰ সমাজত অসমতা থাকিবলৈ নিদিয়াকৈ পানীৰ সৈতে খালি ঠাই তৎমুহূৰ্ত্তে পূৰণ কৰা পানীৰ স্বাভাৱিক নীতি বা ধৰ্ম। এই নীতি বা ধৰ্মৰ কাৰণে কুঁৱা বা পুখুৰীৰ পানীৰ এটা অংশৰ কেৱা বাল্টি পানী লৈ গলেও অকল সেই অংশত গাঁত হ'ব নোৱাৰে। বৰ বেছি পৰিমাণে পানী উঠাই পেলোৱা কাৰণে আগৰ সমান খাপলৈ কুঁৱা বা পুখুৰীৰ পানী পূৰাব পৰা নেযাব পাৰে, কিন্তু তেতিয়াও কুঁৱা বা পুখুৰীৰ এক অংশত খালি পৰি নাথাকে। যেতিয়া কমিব লগা হয়, কুঁৱা বা পুখুৰীটোৰ গোটেইখিনি পানীৰ গভীৰতা সমানভাৱে কমি যাব। এই উপমাৰ তাৎপৰ্য এয়ে যে, পানীৰ সমাজত সৰ্বজনৰ প্ৰচেষ্টাৰে সমতা ৰক্ষা কৰিব খোজা হয় কাৰণে সি সম্ভৱপৰ হয়। মানুহৰ সমাজতো এতিয়ালৈকে মহাপুৰুষসকলে সমতা ৰক্ষা কৰিবলৈ চেষ্টা কৰিছে। কেজনমানে সমূহৰ কাৰণে আত্মত্যাগ কৰিছে; কিন্তু যিমানেই মহিমামণ্ডিত নহওক সেই ত্যাগেৰে মানুহৰ সমাজৰ অসমতা দূৰ হ'ব পৰা নাই। পানীৰ স্বভাৱৰ অনুকৰণ কৰি, সৰু-ডাঙৰৰ ভেদ নাৰাখি য'তে অসাম্য বা অসমতা দেখা দিছে তাক পূৰণ কৰিবলৈ যদি সকলো মানুহে বৰঙনি

যোগায় তেন্তে মানুহৰ সমাজতো অসমতা বা অসাম্য নোহোৱা হ'ব। বিশেষজনৰ বিশেষ বৰঙনিৰে নহয়, সৰ্বজনৰ সাধাৰণ বৰঙনিৰেহে সাম্য-মৈত্ৰীৰ নতুন মানুহৰ সমাজ ৰচনা হ'ব। সংৰক্ষিত স্বাৰ্থৰ কিছু মানুহে তাত বাধা সৃষ্টি কৰিব খুজিলেও বিৰাট জন সমুদ্ৰৰ ঢৌৰ কোবত সি উটি-বুৰি যাব। কেইজনমানৰ হাতত কুবেৰৰ ঐশ্বৰ্য জমা হ'বলৈ এৰি দিয়া হ'ব আৰু তেওঁলোকে অনুগ্ৰহকৈ দুখীজনৰ দুখ নিবাৰণৰ কাৰণে দান আগবঢ়াব সেইটো যেনেকৈ বিজ্ঞানসন্মত সমাজবাদী পৰিকল্পনাৰ কথা নহয়, তেনেকৈ কেইজনমানক কোনো মহৎ কামৰ অধিকাৰী কৰি ৰাখি তেওঁলোকৰ আশীৰ্বাদত সাধাৰণৰ মংগল হ'ব বুলি ভবাও আজিৰ যুগৰ কথা নহয়। সেই কাৰণেহে গান্ধীজীয়ে সদায় জোৰ দিছিল যে, অহিংসা আদি নীতি কেইজনমানৰ কাৰণে নহয়, সাধাৰণৰ কাৰণে। তেখেতে ইয়াকো কৈছিল যে, অহিংসা আদি নীতি সাধাৰণে সাধাৰণৰ জীৱনত যদি প্ৰয়োগ কৰিব নোৱাৰে— বিশেষ কেইজনমান মানুহে গুহা গহ্বৰতহে প্ৰয়োগ কৰিব পাৰে, তেন্তে তাৰ কোনো মূল্যই নাই। দৰাচলতে, মানুহৰ ইতিহাসত এতিয়ালৈকে যিকেইটা যুগান্তকাৰী বিপ্লৱ ঘটিছে সেইকেইটা সাধাৰণ মানুহেই কৰিছে। মানুহৰ নতুন সমাজ ৰচনাৰ সময়ত আজি সকলো ফালৰপৰা সৰ্বসাধাৰণৰ সাধাৰণ জীৱন মহত্বপূৰ্ণ কৰি তোলাই মুখ্য কথা।

## ব্যক্তি আৰু সমষ্টিৰ স্বাৰ্থৰ সংঘৰ্ষ নথকা সমাজবাদী সমাজ

সাধাৰণ মানুহৰ সাধাৰণ জীৱন মহত্বপূৰ্ণ কৰি তুলিবৰ সাংসাৰিক উপায় হৈছে সমাজ জীৱনৰ ওপৰত— সমষ্টিগত জীৱনৰ ওপৰত গুৰুত্ব দিয়া। আকৌ সমাজ আৰু সমষ্টিগত জীৱনৰ ভাব ব্যক্তিৰ কাৰণে তেতিয়াহে প্ৰাণৱন্ত আৰু ফলপ্ৰসূ হ'ব যেতিয়া ব্যক্তি আৰু সমষ্টিৰ স্বাৰ্থৰ কোনো সংঘৰ্ষ নাথাকিব। সমাজ প্ৰতি-

জনৰ কাৰণে আৰু প্ৰতিজন সমাজৰ কাৰণে—এই কথাষাৰ ভাৱ-প্ৰৱণতামূলক এটা ধ্বনি মাথোন হৈ নাথাকি মানুহৰ জীৱনত কেনেকৈ কাৰ্যকৰী হ'ব ইয়েই হৈছে মূল প্ৰশ্ন। সমাজবাদী ৰাষ্ট্ৰৰ নিয়ন্ত্ৰণত সমাজবাদী সমাজ গঢ়ি তুলি এই প্ৰশ্নৰ এটা মীমাংসা দিব পাৰি।

কিন্তু সমাজবাদী ৰাষ্ট্ৰ একনায়কত্ববাদী হৈ পৰিলে স্বেচ্ছাচাৰিতা-মূলক জবৰদস্তিয়ে ব্যক্তিৰ স্বাতন্ত্ৰ্য সমূলঞ্চে নষ্ট কৰাৰ ভয় থাকে। কমিউনিষ্ট ৰাষ্ট্ৰসমূহত ৩০ বছৰ ধৰি মছিৰ ষ্টেলিনৰ একাধিপত্য চলিছিল। সেইদিনত ষ্টেলিনে যি কৈছিল তাকে কমিউনিষ্ট ৰাজ্য-সমূহৰ সকলোৱেই বিনা প্ৰশ্নই মানি লৈছিল আৰু তাৰে 'বিজ্ঞান সন্মত' ব্যাখ্যা দিছিল। যুগোশ্লাভিয়াৰ মাৰ্শ্বাল টিটোক কমিউনিষ্ট সমাজৰপৰা ষ্টেলিনৰ ইচ্ছামতেই বহিষ্কাৰ কৰা হৈছিল। তেওঁলোকৰ কোনেও তাৰ কাৰণ জানিব খোজা নাছিল। আজি আকৌ ক্ৰুশ্চেভে যুগোশ্লাভিয়াক কমিউনিষ্ট সমাজত সুমুৱাই ল'ব খুজিছে। তেওঁ ষ্টেলিনৰ ব্যক্তিবাদৰ দোষবিলাক আজি প্ৰকাশ্যে আঙুলিয়াই দেখুৱাইছে। মূলত এই কথা লৈয়ে চীন আৰু ৰাচিয়াৰ ভিতৰত ডাঙৰ পাৰ্থক্য দেখা দিছে। ইমান দিনৰ কমিউনিষ্টৰ শিক্ষাৰ বিৰোধী কাৰণে চীনৰ কমিউনিষ্ট নেতাসকলে একনায়ত্ববাদী ৰাষ্ট্ৰৰ ধাৰণাৰ-পৰা সামান্যভাৱে হলেও ফালৰি কাটি যোৱা অন্য কথা ভাবিবলৈ বা বুজিবলৈ টান পাইছে। কমিউনিষ্ট ৰাষ্ট্ৰত সমাজ আৰু ব্যক্তিৰ সামঞ্জস্য নোহোৱাটোৱেই ডাঙৰ আঁসোৱাহ। আনহাতেদি পুঁজিবাদী ৰাষ্ট্ৰসমূহত গণতান্ত্ৰিক আইন সভা আদি থাকিলেও নিৰ্বাচনত সাধাৰণ মানুহে ৰায় দিয়াৰ স্বত্ব আছে যদিও অৰ্থনৈতিক সুযোগৰ বিশেষ তাৰতম্য থকাত উপাৰ্জনৰ উপায়সমূহৰ বেছিখিনি এটা অংশ মানুহে হাত কৰি ৰাখিব পৰাৰ কাৰণে, সাধাৰণ ৰাইজ বহুক্ষ অধিকাৰৰপৰা বঞ্চিত হ'ব লগা হয়।

ৰুচ'ই তেওঁৰ বৈষম্য সৃষ্টিৰ গুৰি কথা আলোচনা কৰি লিখা ৰচনাত ( Discourse on the origin of inequality ) লিখিছে :

"The first man who, having enclosed a piece of land, took it into his head to say: "This belongs to me" and found people simple enough to believe him, was the founder of evil society. What crimes, wars, murders, what miseries and horrors would have been spared the human race by him who snatching out the stakes or filling in the ditch should have cried to his fellow men: Beware of listening to this imposter, you are lost if you forget that the fruits belong to all and that the earth belongs to none."

"যিজন মানুহে প্ৰথমে এটুকুৰা মাটিত জেওৰা দিলে আৰু তেওঁৰ মনত খেলোৱা মতে কৈ উঠিল—'এই টুকুৰা মোৰ মাটি' আৰু মানুহবিলাককো ইমান সৰল পাইছিল যে তেওঁলোকে তেওঁৰ কথাকে বিশ্বাস কৰিলে, সেইজনেই অশুভ সমাজৰ প্ৰতিষ্ঠাতা। যদি সেই সময়ত আন এজন মানুহে তেওঁৰ জেওৰাৰ খুটিবিলাক উঘালি পেলাই, গাঁতবিলাক পুতি-মেলি লগৰীয়া মানুহক চিঞৰি কলেহেঁতেন: 'এই বেদখলকাৰী ভণ্ডজনৰ কথা সম্পৰ্কে সাৱধান হোৱা! তোমালোকৰ সৰ্বনাশ হ'ব যদি তোমালোকে পাহৰা যে পৃথিবীৰ ফল-মূল সকলোৰে আৰু পৃথিবীখন অকলে কাৰো নহয়'—এনেকৈ কোৱা মানুহ সেইদিনা ওলোৱাহেঁতেন মানুহ জাতি কিমান যে পাপ, যুদ্ধ, হত্যাকাণ্ড, দুখ-কষ্ট আৰু বিভীষিকাৰপৰা ৰক্ষা পালেহেঁতেন!"

সূৰ্য, বৰুণ আৰু বায়ু দেবতাৰ কৰুণা যুগ-যুগান্তৰ সকলোৱেই একেভাৱে পাই আহিছে। প্ৰকৃতিৰ এই আইন সম বিতৰণৰ আইন। মানুহে প্ৰকৃতিৰ আইন অনুধাবন কৰি, বিজ্ঞানৰ সকলো সুবিধা লৈছে, কিন্তু প্ৰকৃতিৰ সম বিতৰণৰ আইন নামানি মাটিত বা অন্য সম্পত্তিত ব্যক্তিগত মালিকানা স্বত্ব সৃষ্টি কৰিছে। ই প্ৰকৃতিৰ আইনক

বিৰোধী। সাধাৰণৰ জীৱনত মহত্ব দিব লাগিলে, এনে অসুবিধা দূৰ কৰিব লাগিব। অকল মাটিতে নহয়, সেইদৰে যন্ত্ৰশক্তি আদি আন যিখিলাক উপায়েৰে আজিকালি উৎপাদন হয়, সেইবিলাকৰ মালিকানা স্বত্ব ব্যক্তিৰ হাতত নৰাখি সমূহৰ হাতলৈ আনিব লাগিব। যিবিলাক আইন বা ব্যৱস্থাৰ বলত, কেজনমানে বহুতক বঞ্চিত কৰিব পাৰে, সেইবিলাক আইন বা ব্যৱস্থাৰো আমূল পৰিবৰ্তন হোৱা প্ৰয়োজন।

ইংলণ্ডৰ দৰে দেশত আজিও কেনেকৈ আইনৰ ত্ৰুটিৰ কাৰণে, ব্যক্তিগত মানুহে অন্যায় সুবিধা ল'ব পৰা হৈ আছে আৰু কিলাৰৰ চাঞ্চল্যকৰ কাহিনীৰ গুৰিতো যে এনেবিলাক কথাই আছে সেই বিষয়ে আলোচনা কৰি বিখ্যাত ইংৰাজী সাপ্তাহিক 'নিউ ষ্টেটচ্‌মেনৰ' ১৯৬৩ চনৰ ১২ জুলাই তাৰিখৰ সম্পাদকীয় প্ৰৱন্ধত লিখিছে: "ৰক্ষণশীল দলৰ গৱৰ্ণমেণ্টৰ 'ৰেণ্টএক্ট'ৰ সুবিধা লৈ পিটাৰ ৰাচমেণে এহেজাৰ পাঁচশ পাউণ্ড খৰচ কৰি সজা ঘৰটোৰপৰাই দহহেজাৰ পাউণ্ড ভাড়া প্ৰত্যেক বছৰে পাব পাৰিছে। যি সময়ত ইংলণ্ডত ঘৰৰ সমস্যা খুব জটিল হৈ উঠিছিল আৰু বহুত সাধাৰণ মানুহে ঘৰৰ অভাৱত বিশেষ কষ্ট পাইছিল, তেতিয়া ব্যক্তি বিশেষক ঘৰৰ ব্যৱসায় কৰি অন্যায়কৈ উপাৰ্জন কৰিবলৈ দিয়াতকৈ সমাজৰ প্ৰতি ডাঙৰ অবিচাৰ নাই।"

পুঁজিবাদী দেশত ব্যক্তি আৰু সমাজৰ স্বাৰ্থৰ এনে সংঘৰ্ষ চলি আছে। পুঁজিবাদত সকলো নাগৰিকে সমান সুযোগ নেপায়। সাম্যবাদী ৰাষ্ট্ৰতো একনায়কত্ববাদ যেতিয়া চলে, তেতিয়া সাধাৰণ নাগৰিকক ৰাষ্ট্ৰযন্ত্ৰই এনেকৈ পিহি পেলায় যে তেওঁৰ ব্যক্তিত্ব নেথাকে। উত্তৰ আৰু দক্ষিণ মেৰুৰ দৰে পৃথক হলেও, সাম্যবাদী আৰু পুঁজিবাদী দুয়ো প্ৰণালীৰ ৰাষ্ট্ৰতে সমাজ আৰু ব্যক্তি সংঘৰ্ষ আছে। এনে সংঘৰ্ষ নাইকিয়া কৰিবৰ একমাত্ৰ ৰাজনৈতিক উপায় হৈছে পূৰ্ণ গণতান্ত্ৰিক সমাজবাদৰ প্ৰতিষ্ঠা। আজিৰ অৱস্থাত

ৰাজনীতিৰ যদি কিবা প্ৰয়োজন আছে, তেন্তে সি হৈছে গণতান্ত্ৰিক সমাজবাদ প্ৰতিষ্ঠা।

ৰাজনীতিয়ে যেতিয়া বহুজনৰ—সৰ্বমানবৰ সামাজিক আৰু অৰ্থনৈতিক প্ৰশ্ন লৈ গৱেষণা কৰে, তেতিয়া ৰাজনীতিৰ পকিংলতা দূৰ হয়, সি মহিমামণ্ডিত হৈ পৰে। ৰাজনৈতিক কৰ্মীসকলে যেতিয়া নিজক বহুতৰ কামত, বিশ্বমানবতাৰ বেদীমূলত উৎসৰ্গা কৰে, তেতিয়া তেওঁলোক ক্ষুদ্ৰ, সংকীৰ্ণমনা, সংঘৰ্ষপৰায়ণ আৰু ক্ষমতালোভী হ'ব নোৱাৰে। বিজ্ঞান আৰু আধ্যাত্মিকতাৰ সাৰ্বজনীন প্ৰেৰণাৰে অভিষিক্ত ৰাজনীতিয়ে তেওঁলোকৰ ৰাজনৈতিক জীৱনৰ ধাৰা পৰিবৰ্তন কৰে। প্ৰকৃত গণতান্ত্ৰিক সমাজবাদী পৰিকল্পনাই ৰাজনীতি আৰু ৰাজনীতিকক এনেকৈ শ্ৰেয় কৰি তোলে।

অৰ্থনৈতিক ক্ষেত্ৰত বিভিন্ন ৰাষ্ট্ৰ বা দেশৰ ভিতৰত প্ৰতিযোগিতামূলক আঁচনি কৰাৰ দিন আজি উকলি গৈছে। সমগ্ৰ পৃথিৱীৰ কাৰণে বিজ্ঞানসন্মতভাৱে পৰিকল্পনা কৰাৰ এইটো যুগ। বিভিন্ন দেশৰ সম্পদ আৰু বিভিন্ন জাতিৰ জ্ঞান আৰু কৰ্মপ্ৰচেষ্টাৰ আদান-প্ৰদানৰদ্বাৰা, বিশ্বৰ সকলোৰে মংগল কৰা আজি কাৰ্যকৰী কথা। আজিৰ প্ৰয়োজন বিশ্বসমাজবাদ বা সৰ্বোদয়ৰ প্ৰয়োজন। বিশেষজন বা শ্ৰেণীৰটো নহয়েই বহুজনৰো নহয়—সৰ্বত্ৰ সৰ্বজনৰ সৰ্বকালীন মংগলেই বৰ্তমান যুগৰ দাবী। মানুহে আজি এখন পৃথিৱীৰ সপোন দেখিছে। আজিও ই সপোনৰ কথা যেন লাগিব পাৰে। কিন্তু মানুহৰ জীৱনত ই অচিৰে বাস্তৱ ৰূপ ল'ব। মানুহৰ মনত ক্ৰমে এনে ধাৰণা বেছি শক্তিশালী হৈ দেখা দিছেই। বিভিন্ন দেশ আৰু জাতিৰ ভিতৰত সংঘৰ্ষ থাকিলেও, বহুক্ষেত্ৰত বহু বিষয়ে অনৈক্যই বাধা সৃষ্টি কৰিলেও আজিৰ পৰিস্থিতিয়ে বা শক্তিসমূহে—বিজ্ঞানৰ অৱদান, দাৰ্শনিক চিন্তাধাৰা, অৰ্থনৈতিক প্ৰয়োজন আদিয়ে মানুহক ক্ৰমে এক কৰি আনিছে। অপৰিহাৰ্যৰূপে বিশ্বৰ মানুহ পৰস্পৰৰ ওচৰ চাপিবলৈ, পৰস্পৰৰ কথা ভাবিবলৈ বাধ্য হৈছে। আগৰ জাতিসংঘ

(League of Nations) ভাগি যোৱাৰ পিছতো সকলো বাধা উলংঘন কৰি আজি আকৌ বিশ্বৰাষ্ট্ৰ সংঘ গঢ়ি উঠিছে। ইয়েই প্ৰমাণ কৰিছে যে, আজি আন্তৰ্জাতিক মিলনৰ শক্তি কিমান প্ৰৱল। যোৱা ১৬ বছৰে এই বিশ্ব অনুষ্ঠানটোৱে পৃথিবীৰ ইতিহাস ৰচনাত যে বিশেষ বৰঙনি দিছে, তাক কোনেও অস্বীকাৰ কৰিব নোৱাৰে। বিশ্ব ৰাষ্ট্ৰসংঘৰ কথা বাদ দি আজি পৃথিবীৰ ৰাজনীতিৰ কথা কল্পনাই কৰিব নোৱাৰা হৈছে। বিশ্ব ৰাষ্ট্ৰসংঘই বিশ্বৰাজনীতিৰ ধাৰা বোৱাইছে। ইয়াকে চাই আমি নিঃসন্দেহ হ'ব পাৰো যে পৃথিবীৰ সকলো দেশ লৈ সমাজবাদী অৰ্থনীতি আৰু লোকতান্ত্ৰিক শাসন ব্যৱস্থা প্ৰৱৰ্তন কৰাই আজিৰ একমাত্ৰ ৰাজনীতি। লোকতান্ত্ৰিক সমাজবাদ প্ৰতিষ্ঠাৰ কাৰণে যি ৰাজনৈতিক প্ৰচেষ্টা, ৰাজনীতিৰ বহুত দোষ-ত্ৰুটি থাকিলেও তাৰ প্ৰতি ওলগ জনাবলগীয়া। কিয়নো, এনে ৰাজনৈতিক প্ৰচেষ্টাৰ ওপৰতে জন-কল্যাণমূলক বিজ্ঞানৰ সৰ্বজনীন প্ৰয়োগো বহুত পৰিমাণে নিৰ্ভৰ কৰিছে। আনহাতেদি আধুনিক সমাজবাদৰ লগত বিজ্ঞানৰ এৰুৱাব নোৱাৰা সম্পৰ্ক। বিজ্ঞানৰ ষোল অনা প্ৰয়োগেইহে সমাজবাদী অৰ্থনীতি কৃতকাৰ্য কৰি তুলিব পাৰে। বিজ্ঞানৰ অবিহনে সমাজবাদ নতুন এটা ধৰ্ম মতৰ দৰেই হৈ পৰিব। এইখিনিতে প্ৰশ্ন উঠিব পাৰে যে এবাৰ সকলো দেশতে সমাজবাদী সমাজ ব্যৱস্থা প্ৰৱৰ্তন হলেও যে সি স্থায়ী হ'ব, ক্ষমতা লোভী মানুহে যে তাত অনৰ্থ ঘটাবলৈ নেচাব, সেই কথা কোনে ক'ব পাৰে? দৰাচলতে, আমি ইতিহাসত দেখিছো যে যিমানেই ভাল নীতি বা আদৰ্শ লৈ ৰাজনৈতিক বিপ্লৱ কৰা নহওক, পিছত সেই বিপ্লৱ সৃষ্টি কৰা লোকেও ক্ষমতাৰ লোভত অন্য বাট লয়।

ফৰাচী বিপ্লৱৰ পিছত সেয়ে হৈছিল। সাম্য, মৈত্ৰী স্বাধীনতাৰ নামত যি বিপ্লৱ হৈছিল, ৰাজতন্ত্ৰৰ অৱসানৰ কাৰণে যি বিপ্লৱত ষোড়শ লুইক সপৰিয়ালে হত্যা কৰা হৈছিল, সেই বিপ্লৱৰ পিছতো ফ্ৰান্সত ক্ষমতা লোভী মানুহৰ স্বেচ্ছাচাৰিতা চলিব পাৰিছিল।

নেপোলিয়নে ৰাজতন্ত্ৰ প্ৰতিষ্ঠা কৰাও সম্ভৱ হৈছিল। কচ বিপ্লৱৰ পিছতো বিপ্লৱৰ আদৰ্শৰ বিপৰীতে মচ্চিৰ ষ্টেলিনে কেনেকৈ স্বেচ্ছাচাৰী ভাৱে কাম কৰিছিল, তেওঁৰে লগৰীয়া কচ প্ৰধানমন্ত্ৰী ক্ৰুশ্চেভে আজি তাৰ সাক্ষী দিছে।

ৰাজনৈতিক আদৰ্শ ম্লান হ'বলৈ নিদিয়াকৈ ৰখাৰ প্ৰথম সৰ্ত হৈছে ৰাজনীতিক বিজ্ঞানধৰ্মী কৰি তোলা। বিজ্ঞানৰ সাৰ্বজনীনভাৱৰে পৰিচালিত হলে, ৰাজনীতিয়ে সৰ্বমানবৰ কল্যাণ কৰিব পাৰে। বিজ্ঞানৰ বলত আজিৰ পৃথিবীৰ ৩০০ কোটি মানুহৰ ভাত-কাপোৰ আৰু থকা ঘৰৰ সমস্যা সমাধান কৰিব পাৰি। আধুনিক কালৰ উপযোগী হিচাপে তেওঁলোকৰ জীৱন-যাত্ৰাৰ মানদণ্ডৰ উন্নতি কৰাও টান নহয়।

## আজিৰ যুগৰ সমস্যা কি প্ৰণালীৰে মীমাংসা হ'ব?

কিন্তু এটা প্ৰশ্ন তেতিয়াও থাকি যায়। সকলো অনুশীলনৰ শেষত, একেটা মাত্ৰ সিদ্ধান্তত উপনীত হোৱা যায় যে মানুহক মানুহ হিচাপে ভাল কৰিব নোৱাৰিলে, মানুহৰ দৰ্শন, বিজ্ঞান, ৰাজনীতি, সভ্যতা সংস্কৃতিৰ শ্ৰেষ্ঠ অৱদানো নিৰৰ্থক হৈ পৰে। গৰু গাড়ী যুগৰ মানুহ আৰু জেট প্লেনৰ যুগৰ মানুহ বিজ্ঞান আৰু কাৰিকৰী বিদ্যাৰ পাৰদৰ্শিতাত বহুত বেলেগ। আজিৰ বিজ্ঞানৰ আৰু কাৰিকৰী বিদ্যাৰ উন্নতিৰ লগত খাপ খুৱাই, মানুহে নিজৰো মানসিক আৰু আধ্যাত্মিক উন্নতি কৰিব পৰা নাই। মানুহে সৃষ্টি কৰা যন্ত্ৰৰ আজি অসম্ভৱ উন্নতি হৈছে ; কিন্তু মানুহে নিজক নিজে বিশেষ উচ্চ স্তৰলৈ নিব পৰা নাই। ইয়াতেই মানুহৰ ব্যৰ্থতা।

আজিৰ যুগৰ সৰ্বপ্ৰধান কাম হৈছে পৃথিবীৰ প্ৰতিজন মানুহকে এনেভাৱে শিক্ষিত কৰি তোলা যাতে তেওঁ বিশ্বনাগৰিকৰ উপযুক্ত হ'ব পাৰে,—বিজ্ঞানৰ সাৰ্বজনীন প্ৰয়োগৰে পৃথিবীৰ অভাৱ-অনাটন

দূৰ কৰিবলৈ কাৰ্য-কুশলতা লাভ কৰিব পাৰে আৰু এনে সমদৰ্শন হয় যাতে সকলো ভূতকে নিজত আৰু নিজক সকলো ভূততে দেখাৰ আদৰ্শ মনত ৰাখি কাম কৰিব পাৰে আৰু সৰ্বোপৰি, বিশ্ব সৃষ্টিৰ নিগূঢ় তত্ত্ব অন্বেষণৰ আনন্দত আপোনাতে আপুনি সন্তুষ্ট হৈ প্ৰকৃত সুখ-শান্তি নিজেও পাব পাৰে আৰু আনকো দিব পাৰে।

মানুহৰ ইতিহাসত ইমান দিন যিমানবিলাক অসাধ্য সাধন হৈছে, ই তাতোকৈও টান কাম—

"ক্ষুৰস্য ধাৰা নিশিতা দুৰত্যয়া দুৰ্গং পথস্তৎ কবয়ো বদন্তি।"

কিন্তু মানুহৰ জীৱনৰ লক্ষ্য সাধনৰ কাৰণে এনে সাধনা মানুহে কৰিবই লাগিব। কেৱল প্ৰশ্ন হৈছে—ইয়াৰ কাৰণে কিবা বৈজ্ঞানিক প্ৰণালী আছেনে?

বিজ্ঞানেই এই বৈজ্ঞানিক প্ৰণালী নহয়। কিয়নো, বিজ্ঞানে যেনেকৈ নিউক্লিয়াৰ অস্ত্ৰ উলিয়াইছে তেনেকৈ নিউক্লিয়াৰ অস্ত্ৰৰ অপপ্ৰয়োগ নিবাৰণৰ উপায় উলিয়াব নোৱাৰে। বিজ্ঞানে যন্ত্ৰ পৰিচালিত যন্ত্ৰ আবিষ্কাৰ কৰিব পাৰে; কিন্তু স্বপৰিচালিত বিৰাট যন্ত্ৰ-কাৰখানা এটাৰ ক'ৰবাত বুটাম এটা টিপিবলৈ হলেও যিজন মানুহ লাগিব, সেই মানুহজনৰ মনৰ কথা জানিব নোৱাৰে। বিজ্ঞানৰ গৱেষণাগাৰত সকলো তৈয়াৰ হয়, কিন্তু মানুহ তৈয়াৰ নহয়। এইখিনিতেই বিজ্ঞানৰ সীমাবদ্ধতা। সকলো ক্ষমতাৰ অধীশ্বৰ হৈও ৰাজনীতিয়ে কোনো কালেই আদৰ্শ মানুহ গঢ়াৰ পৰিকল্পনা কৰিব পৰা নাই।

"দাৰিদ্ৰ্য দোষো গুণৰাশিনাশী"—দৰিদ্ৰতাই মানুহৰ সকলো গুণ নষ্ট কৰে। সেই দৰিদ্ৰতা দূৰ কৰি মানুহক মানুহ হিচাপে থিয় দিবলৈ ৰাষ্ট্ৰীয় প্ৰচেষ্টা চলিছে; ভৱিষ্যতে এনে প্ৰচেষ্টা বিশ্বজনীন হ'ব পাৰিব। এনে প্ৰচেষ্টা মানুহ হিচাপে মানুহৰ উন্নতিৰ সৰ্বপ্ৰথম আৰু সৰ্বপ্ৰধান চৰ্ত। কিন্তু অৰ্থনীতি বিজ্ঞানৰ যি কোনো ব্যৱস্থায়ো মানুহক সম্পূৰ্ণতা দিব নোৱাৰে।

ৰাজনীতি-বিজ্ঞানৰ সৰ্বশ্ৰেষ্ঠ অৱদানসত্ত্বেও মানুহৰ ভৱিষ্যত

সম্পৰ্কে প্ৰশ্নৰ থল নোহোৱা হৈ নাযায়। বিজ্ঞানে ৰাজনীতিৰ ঠাই লৈ মানুহৰ সমাজৰপৰা অৰ্থ নৈতিক অভাৱ-অনাটন আৰু তাৰ ফলত দেখা দিয়া ঈৰ্ষা-অসূয়া-সংঘৰ্ষৰ কাৰণ নাইকিয়া কৰিব পাৰে; কিন্তু, মানুহ মানুহ হিচাপে ভাল নহলে কোনোবাই ক'ৰবাত অনৰ্থ ঘটোৱাৰ ভয় সদায়েই থাকি যায়।

মানুহৰ ইতিহাসত মানুহক মানুহ হিচাপে ভাল কৰাৰ দায়িত্ব ধৰ্মই গ্ৰহণ কৰি আহিছে। মানুহে মন পৰিষ্কাৰ কৰিব আৰু সেই পৰিষ্কাৰ মনৰ দাপোণত সৰ্বভূতত ঈশ্বৰ দৰ্শন কৰিব পাৰিব।—সেই আশাৰে মানুহে ধৰ্মানুশীলন কৰিছে। বহুত সময়ত মানুহক জন্তুৰ শাৰীলৈ নামি যোৱাৰপৰা ই ৰক্ষাও কৰিছে; কিন্তু দুখৰ বিষয় ধৰ্মৰ মূল উদ্দেশ্যতকৈ সাধাৰণতে মানুহে ধৰ্মৰ অনুষ্ঠানবিলাকৰ ওপৰত বেছি জোৰ দিবলৈ আৰম্ভ কৰে। মানুহ কেনেকৈ ভাল হ'ব —মানুহ হিচাপে মানুহ উচ্চস্তৰলৈ কেনেকৈ উঠিব, তাতকৈ নিজৰ ধৰ্মমত আনতকৈ শ্ৰেষ্ঠ বুলি গৌৰৱ কৰাৰ ভাব বেছি প্ৰবল হ'বলৈ ধৰে। কোন মন্ত্ৰৰে, কি পৰিচ্ছদ পৰিধান কৰি, কি পদ্ধতিৰে পূজা অৰ্চনা কৰিব, পূজাৰ অৰ্ঘ্য আৰু নৈবেদ্য কিহৰে ৰচনা হ'ব, কোন দিশলৈ প্ৰণিপাত জনাব, মনৰ শুচিতাৰ কাৰণে আৰু একাগ্ৰভাৱে ঈশ্বৰ আৰাধনাৰ পৰিবেশ সৃষ্টি কৰিবলৈ ধৰ্মৰ এনে অনুষ্ঠানবিলাকৰ নিশ্চয় বিশেষ মূল্য আছে, কিন্তু সেইবিলাকেই যেতিয়া বিভিন্ন ধৰ্মৰ আৰু সম্প্ৰদায়ৰ মানুহৰ মাজত চীনৰ প্ৰাচীৰ থিয় কৰে, মানুহক মানুহৰপৰা দূৰলৈ ঠেলি পঠায়, তেতিয়া ধৰ্মৰ মূল উদ্দেশ্যতে বাধা পৰে। যিহে বিশ্বৰ মানুহক মিলোৱাৰ কামত সহায় নকৰি পাৰ্থক্য সৃষ্টি কৰে, মহাপুৰুষসকলৰ কথামতেই সি মানুহক ঈশ্বৰৰপৰা আঁতৰ কৰে—তেতিয়া সৃষ্টিৰ মূল সত্যৰপৰা মানুহ বিচ্যুত হয়। দুৰ্ভাগ্যক্ৰমে ধৰ্মতো ৰাজনীতিৰ সংঘৰ্ষৰ আৰু প্ৰতিযোগিতাৰ ভাব সোমাল। যি ধৰ্মই বিশ্বৰ সকলো মানুহকে মিলাব লাগে—, ব্যাপকত বিসৰ্জনেই যি ধৰ্মৰ মূল কথা, সেই ধৰ্মৰ নামতো মানুহৰ

মাজত বিভেদ সৃষ্টি হ'ল। ইতিহাসত ধৰ্মৰ নামত বহুতো ডাঙৰ যুদ্ধ-বিগ্ৰহো হ'বলৈ ধৰিলে। ইউৰোপত ক্রুচেদৰ, প্রটেষ্টাণ্ট-কেথলিকৰ যুদ্ধ, ভাৰতৰ সাম্প্রদায়িক সংঘৰ্ষ আৰু সিদিনা দক্ষিণ ভিয়েটনামত ধৰ্ম অসহিষ্ণুতাৰ বিৰুদ্ধে প্রতিবাদ কৰি বৌদ্ধভিক্ষুৱে জ্বলা জুইত জাপ দি প্ৰাণত্যাগ কৰিব লগা ঘটনাই তাৰ প্ৰমাণ দিয়ে।

সাধাৰণতে অভিযোগ শুনা যায় যে আজিকালি মানুহ বেছি বস্তুতান্ত্রিক ভাবাপন্ন হৈছে আৰু ধৰ্মলৈ ধাউতি নোহোৱা হৈছে। পশ্চিমৰ বস্তুতান্ত্রিক সভ্যতাক তাৰ কাৰণে জগৰীয়া কৰা হয়। প্রশ্ন হৈছে, যদি সেয়ে হয়, তাৰেই বা কাৰণ কি? বোধহয় ধৰ্মৰ অনুষ্ঠানে মানুহৰ আত্মাৰ তৃষ্ণা নিবাৰণ কৰিব পৰা নাই কাৰণেহে ধৰ্ম সম্পর্কে উদাসীনতা দেখা যায়। বেদৰ ক্রিয়া-কাণ্ডৰ কথাৰে আজিৰ যুগৰ মানুহক সন্তুষ্ট কৰা টান হ'ব। গীতাৰ যুগতো স্বয়ং ভগৱান শ্রীকৃষ্ণই 'বেদবাদৰতাসকল'ৰ সমালোচনা কৰিব লগা হৈছিল।

কিন্তু বেদান্তৰ জিজ্ঞাসাৰ ভাবে আধুনিক মানুহৰো আত্মাৰ তৃষ্ণা নিবাৰণ কৰিব পাৰে। ধৰ্ম বা আধ্যাত্মিকতা বিজ্ঞানৰ বিৰোধী এনে এটা ভাবেও ধৰ্ম বা আধ্যাত্মিকতা সম্পর্কে আজিৰ পুৰুষক বিতশ্ৰদ্ধ কৰি তুলিছে। সেইকাৰণে আজি ধৰ্মৰ মূল দৰ্শনৰ ওপৰত— আধ্যাত্মিকতাৰ কথাত বিশেষভাৱে জোৰ দিয়াৰ প্রয়োজন দেখা দিছে। আধ্যাত্মিকতা বিজ্ঞানৰো বিজ্ঞান। সেইকাৰণে, আধ্যাত্মিকতাৰ গৱেষণাগাৰত অনুশীলন যেতিয়া হ'ব, তেতিয়া পাৰ্থিৱ বিজ্ঞানৰ সম্ভাৱৰাশি মানুহে সহজেই লাভ কৰিব। যি মানুহ সঁচাকৈয়ে আত্মাৰ গভীৰ স্থলত সমাধিস্থ হৈছে তেওঁৰ মন-বুদ্ধি নিশ্চয় সদায়েই জাগ্রত। তেনে মন বা বুদ্ধিয়ে আধ্যাত্মিক ক্ষেত্ৰত যেনেকৈ প্রবেশ কৰিব পাৰে তেনেকৈ পাৰ্থিৱ বিজ্ঞানৰ ক্ষেত্ৰতো সেই মন বা বুদ্ধিয়ে যি বিচাৰে তাকে আবিষ্কাৰ কৰিব পাৰিব।

আজিৰ যুগৰ প্রয়োজনলৈ চাই সেই কাৰণে, ৱিনোবাজীয়ে কৈছে যে বিজ্ঞানক ৰাজনীতিৰ ঠাই দিয়াৰ দৰে, ধৰ্মৰ বেদীত আধ্যাত্মিকতা

প্ৰতিষ্ঠা কৰিব লাগে। আধ্যাত্মিকতাত একদেশদৰ্শীতা বা সাম্প্ৰদায়িকতাৰ স্থান নাই। বিভিন্ন ধৰ্মৰ ভিতৰত আঁৰিয়া-অৰি বা পাৰ্থক্যৰ ভাব ইয়াত উঠিব নোৱাৰে। কিয়নো, ই সকলো ধৰ্মৰে মূল দৰ্শন। আধ্যাত্মিকতাই দেশ, জাতি, ধৰ্ম, সম্প্ৰদায়, ভাষাৰ বিভিন্নতাৰ ব্যৱধান দূৰ কৰি বিশ্বৰ সকলোকে মিলাব পৰা আদৰ্শৰ প্ৰেৰণা সৃষ্টি কৰে, মানুহক মানৱ ধৰ্মৰ শিক্ষা দিয়ে। মানুহক অমানুহ হোৱাৰপৰা ৰক্ষা কৰি অহা একমাত্ৰ ৰক্ষা কৱচ হৈছে মানুহৰ নিজৰ বিবেক। মানুহৰ শৰীৰৰ লগত নহয়, মানুহৰ আত্মাৰ লগত মানুহৰ বিবেকৰ সম্বন্ধ।—আধ্যাত্মিকতাই ইয়াৰ উৎস।

## আধ্যাত্মিকতাৰ বিশ্বজনীন আদৰ্শ

অধ্যাত্মিকতাৰ বিশ্বজনীন আদৰ্শই মানুহক জাতীয় আৰু ব্যক্তিগত স্বাৰ্থ সম্পৰ্কে উদাসীন কৰি কৃত্ৰিম অৱস্থাৰ সৃষ্টি কৰিব পাৰে বুলি সন্দেহ প্ৰকাশ হ'ব পাৰে। প্ৰথমতে এইটো সকলোৰে জনা কথা যে স্থূল শাৰীৰিক ভাব বা গাইগুটীয়া স্বাৰ্থৰ কথাই মানুহক সদায়েই প্ৰভাৱ কৰি থাকে। তাৰপৰা উদ্ধাৰ পোৱাহে টান। গতিকে, আধ্যাত্মিকতাৰ আদৰ্শই যদি মানুহক সেই ভাবৰপৰা উদ্ধাৰ কৰিব পাৰে তেন্তে তাতকৈ ভাল কথা একো নাই; কিন্তু তাৰ লগতে আমি ইয়াকো জানো যে, কোনো উচ্চ আদৰ্শই বিশ্বৰ নগণ্যতম প্ৰাণীকো কেতিয়াও অৱহেলা নকৰে। ব্যক্তিক বাদ দি জাতি, জাতিক বাদ দি আন্তৰ্জাতীয়তাৰ কথা কোৱাৰ কোনো অৰ্থ নাই। নিজৰ ঘৰখনৰ আৰু দেশৰ কথা অৱহেলা কৰি, বিশ্বমানৱতাৰ কথা কলে উপহাসৰ পাত্ৰ হোৱাতো স্বাভাৱিক। বিশ্ব আদৰ্শৰ প্ৰকৃত কাম হৈছে জাতীয়, আন্তৰ্জাতীয়, ব্যক্তিগত আৰু জাতীয় স্বাৰ্থৰ সংঘৰ্ষ বা প্ৰতিদ্বন্দ্বিতা নাইকিয়া কৰা। বিশ্বমানৱতাৰ সাৰ্থকতা হৈছে যিমান নিভৃত কোণতেই নেথাকক বিশ্বৰ প্ৰতিজনৰ লগত বিশ্বৰ সম্পৰ্ক স্থাপনৰ ওপৰত। ধৰ্ম্ম, ভাষা-সংস্কৃতি, ৰাজনীতি অৰ্থনীতি, দেশ-

জাতি-সম্প্ৰদায় কোনো প্ৰশ্ন লৈয়ে বিশ্বৰ কাৰো লগত কাৰো যেতিয়া সংঘৰ্ষৰ বা বিৰোধিতাৰ কাৰণ নোহোৱা হ'ব তেতিয়াহে প্ৰকৃততে বিশ্বজনীন আদৰ্শ মতে কাম হৈছে বুলি ক'ব পাৰি। এনে অৱস্থাত কোনো দেশৰে, কোনো জাতিৰে, কোনো ব্যক্তিৰে কেতিয়াও নায্য স্বাৰ্থ হানি হ'ব নোৱাৰে।

এখন দ্বন্দ্ব-সংঘৰ্ষহীন মানুহৰ সমাজ ৰচনা কৰিবলৈ ৰাজনীতি আৰু বিজ্ঞানৰ আঁচনিৰ উপৰিও মানুহৰ জীৱনত আধ্যাত্মিক বিজ্ঞানৰ অনুশীলন আৰু প্ৰয়োগৰ প্ৰয়োজন। যুগ-যুগান্তৰ ভোগ-লালসা আৰু বাসনা লৈ মানুহ জৰ্জৰিত হৈ আছে যদিও, মানুহে সদায়েই সত্য-শিৱ-সুন্দৰৰো পূজা কৰি আহিছে। সকলো ভোগ-লালসাৰ মাজতো মানুহে নিজকে নিজে প্ৰশ্ন কৰিছে, তেওঁৰ জীৱনৰ লক্ষ কি —তাৰ সাৰ্থকতাই বা ক'ত? ভাৰতৰ ঋষিসকলে সহস্ৰ যজ্ঞৰ মাজত তৃপ্তি নেপাই এই প্ৰশ্নকে কৰিছিল—“কস্মৈ দেবায় হবিষা বিধেম”—কোন সেই দেৱতা, যাৰ উদ্দেশ্যে আমি ঘৃতাহুতি দিছো। এই প্ৰশ্নকে লৈ উপনিষদৰ যুগান্তকাৰী জিজ্ঞাসাৰ আৰম্ভ। বিজ্ঞানে যেনেকৈ প্ৰকৃতিৰ আইন অনুধাবন কৰি প্ৰকৃতিৰ ৰহস্য ভেদ কৰিছে আৰু প্ৰকৃতিৰ শক্তিসমূহ মানুহৰ কামত লগাইছে, তেনেকৈ বিশ্বসৃষ্টিৰ আইনসমূহ অনুধাবনৰদ্বাৰা মানুহৰ মন বা আত্মাৰ নিভৃত কোণত কি ৰহস্য আছে তাক উদ্ঘাটন কৰি, অকল ভাৰতৰে নহয় আন দেশৰ ঋষিসকলেও মানুহক এক বিশেষ সত্যৰ সন্ধান দিছে। আত্মাৰ ৰাজ্যৰ এই বিজ্ঞানেই হৈছে আধ্যাত্মিকতা।

বিশ্বৰ আৰু বিশ্বৰ সকলো সৃষ্ট জীৱৰ শৰীৰ-ধৰ্মৰ লগত বিজ্ঞানৰ সম্পৰ্ক। বিশ্বৰ আৰু বিশ্বৰ সৃষ্ট জীৱৰ অশৰীৰী সত্বাৰ লগত আধ্যাত্মিকতাৰ সম্পৰ্ক। আধ্যাত্মিকতা বুলিলে আমি অস্পষ্টভাৱে বহুত কথা ধৰি লওঁ; কিন্তু ৰহস্যৰে আবৃত হলেও ইয়াক কিছু স্পষ্ট-ভাৱে বুজিবলৈ আমি চেষ্টা কৰিব পাৰো। প্ৰথমতে শৰীৰী সত্বা বাস্তৱ, অশৰীৰী সত্বা অবাস্তৱ এনে ধাৰণা মূলতেই ভ্ৰান্তিমূলক।

উনৈশ শতিকাত বিজ্ঞানৰ অভূতপূৰ্ব কৃতকাৰ্যতাৰ অহংকাৰ আৰু মাদকতাই এনে ভাব সৃষ্টি কৰিছিল যে ধৰ্ম বা আধ্যাত্মিকতাৰ কথা-বিলাক অন্ধ বিশ্বাস বা কুসংস্কাৰৰ বাহিৰে একো নহয়; কিন্তু কুৰি শতিকাত বিজ্ঞানে আৰু এখোজ আগবাঢ়ি দেখিছে যে, মানুহৰ বুদ্ধিয়ে ধৰিব নোৱাৰিব পাৰে; কিন্তু শাশ্বত এখন ৰাজ্য আছে;—কিবা এটা ধ্ৰুৱ সত্যকে কেন্দ্ৰ কৰি সকলো ঘূৰিছে। এজন পৃথিবী বিখ্যাত বৈজ্ঞানিকে এবাৰ কৈছিল যে,' বৈজ্ঞানিকসকলে ব'ৰ্তত কোনোবা এখন হাতেৰে লিখা দেখিছে আৰু সেই লিখা কাৰ্য সম্পৰ্কেই গৱেষণা কৰিছে; কিন্তু অন্তৰালত থাকি যিজনে লিখিছে, তেওঁক ধৰিব বা বুজিব পৰা নাই। আকৌ, পৃথিবী বিখ্যাত বৈজ্ঞানিক আইনষ্টাইনে লিখিছে :—

"During the last century and part of the one before, it was widely held that there was an unreconcilable conflict between knowledge and belief···It is true that convictions can best be supported with experience and clear thinking. On this point one must agree unreservedly with the extreme rationalist. The weak point of his conception is, however, this that those convictions which are necessary and determinant for our conduct and judgements, cannot be found solely along their solid scientific way. For the scientific method can teach us nothing else beyond how facts are related to and conditioned by each other···. One can have the clearest and most complete knowledge of what is, and yet not be able to deduct from that what should be the goal of our human aspirations. Objective knowledge provides us powerful

instruments for the achievement of certain ends, but the ultimate goal itself and the longing to reach it must come from another source."

—"যোৱা শতিকাত আৰু তাৰ আগৰ শতিকাৰ এক অংশত বহুতেই ধৰি লৈছিল যে জ্ঞান আৰু বিশ্বাসৰ ভিতৰত মিলন হ'ব নোৱাৰা সংঘৰ্ষ আছে।·······এইটো সঁচা যে অভিজ্ঞতা আৰু পৰিষ্কাৰ চিন্তাৰদ্বাৰা বিশ্বাসৰ বল ভালকৈ বঢ়াব পাৰি। এই সম্পৰ্কে উগ্ৰ যুক্তিবাদীৰ লগত সম্পূৰ্ণ একমত হ'ব পাৰি; কিন্তু এই ধাৰণাৰ দুৰ্বলতা ইয়াতেহে যে, যি বিশ্বাস আমাৰ আচৰণ আৰু বিচাৰ-বুদ্ধিৰ কাৰণে প্ৰয়োজনীয় আৰু তাক নিৰূপণ কৰোতা, সেই বিশ্বাস একমাত্ৰ বিজ্ঞানৰ নিখুঁত বাটেদি পাব নোৱাৰি। কিয়নো, বিজ্ঞানৰ প্ৰণালীয়ে আমাক ঘটনাৱলীৰ সম্পৰ্ক আৰু এটাই আনটোৰ ওপৰত কেনেকৈ ক্ৰিয়া কৰে, তাৰ বাহিৰে আন একো শিকাব নোৱাৰে।···বস্তুটো কি এই সম্পৰ্কে আমাৰ পৰিষ্কাৰ আৰু সম্পূৰ্ণ জ্ঞান-লাভ হ'ব পাৰে, কিন্তু তাৰপৰা উলিয়াব পৰা নেযাব পাৰে যে মানুহৰ হাবিয়াসৰ লক্ষ কি হোৱা উচিত। বস্তুজগতৰ জ্ঞানে কোনো নিৰ্দিষ্ট উদ্দেশ্য লাভৰ কাৰণে আমাক শক্তিশালী উপায় বা হাঠীয়াৰ দিব পাৰে; কিন্তু চৰম লক্ষ আৰু এই লক্ষ্য লাভৰ ইচ্ছাৰ উৎস আন ক'ৰবাত পাব লাগিব।"

কিবা এটা অন্তহীন সীমাহীন ভাবে সকলো জীৱকে বা গ্ৰহ-নক্ষত্ৰকে সদায়েই আকৰ্ষণ কৰি আছে। ইয়াৰ অবিহনে বিশ্বৰ গতি কেতিয়াবাই ৰোধ হ'লহেঁতেন। যিবিলাক প্ৰাকৃতিক আইন মতে পাৰ্থিৱ জগতত সৃষ্টিৰ কাম হৈছে, সেই আইনবিলাকৰ অৰ্থ বুজিবলৈ মানুহে কিবা এটা প্ৰেৰণা পাই আহিছে। কিন্তু ক'ৰপৰা এই প্ৰেৰণা পাইছে? সৃষ্টিৰ কেন্দ্ৰত—গ্ৰহ-নক্ষত্ৰকো লৈ সকলো সৃষ্ট-বস্তুৰ আৰু মনুষ্য আদি সকলো প্ৰাণীৰ প্ৰাণত থকা অস্বস্তি আৰু অনন্ত জিজ্ঞাসাৰ ভাবেই এই প্ৰেৰণাৰ উৎস। এই অস্বস্তিৰ ভাবৰ গুৰিত হৈছে, মূলত যিহৰপৰা বিচ্ছিন্ন হৈ আহিছে তাৰ লগত

পুনৰ মিলনৰ কাৰণে সকলো সৃষ্ট প্ৰাণী বা বস্তুৰে জন্মগত আকাংক্ষা। জন্ম হোৱাৰ পাছত সন্তান আৰু মাকৰ মাজত পাৰ্থক্য দেখা দিয়ে; কিন্তু শিশুৰ প্ৰাণত মাকৰ লগত মিলনৰ ভাব প্ৰবল হৈ থাকে। সৰু ল'ৰাটিক যদি মাকে খং কৰি থপৰিয়ায় তেন্তে ল'ৰাটোৱে আনৰ ওচৰলৈ দৌৰি নগৈ মাককহে বেছিকৈ সাৱটি ধৰে। সৃষ্টিৰ সকলোতে এই নীতিয়েই কাম কৰিছে। কাহানিৰ কোন এক মুহূৰ্ত্তত নীহাৰিকাৰপৰা বিচ্ছিন্ন হৈ অহা গ্ৰহ-তৰা-নক্ষত্ৰই আকৌ নীহাৰিকালৈকে যাবলৈ যেন আজীৱন ঘূৰি আছে। সকলো গতিৰ উৎস এয়ে। মানুহে যিমানে গতিবেগ বঢ়াইছে, তিমানেই ততোধিক গতিৰ কাৰণে চেষ্টা কৰিছে। ক'ৰবালৈ তেওঁ যাব লাগে, ক'ত সেই ৰাজ্য তেওঁ হয়তো জনা নাই, কিন্তু তেওঁৰ মনে বিচাৰে যেন মুহূৰ্ত্তেতে সেই ঠাইলৈ যাব। নগলেই যেন তেওঁৰ নহয়। বায়ুমণ্ডলত মানুহৰ পৰিভ্ৰমণৰ যি আয়োজন তাৰ গুৰিত হ'ল মানুহৰ মনৰ স্বাভাৱিক অস্বস্তিৰ ভাব। এই অস্বস্তিৰ ভাবৰ লগত জিজ্ঞাসাৰ ভাব লগ লাগিছে কাৰণেই মানুহে প্ৰাকৃতিক জগতত কিছুমান কাম কৰিছে, যিবিলাকে অসম্ভৱ সম্ভৱ কৰা যেন লাগে। শৰীৰৰ সীমাৱদ্ধতাৰ ভিতৰত এই ভাবৰ জন্ম হোৱা নাই। সীমাহীন, অন্তহীন, বুজিব নোৱাৰা, ধৰিব নোৱাৰা কথা, কিন্তু তাৰ পিছত দৌৰিবৰ তীব্ৰ আকাংক্ষাই মানুহক বিজ্ঞানমুখী কৰিছে। সেয়েহে বিজ্ঞানৰো মূল অৱলম্বন হ'ল আধ্যাত্মিকতা। বিখ্যাত বৈজ্ঞানিক আইনষ্টাইনে কৈছে :—"All religions, arts and sciences are branches of the same tree."—"সকলো ধৰ্ম, শিল্পকলা আৰু বিজ্ঞান একে জোপা গছৰে শাখা-প্ৰশাখা।"

অশৰীৰী ৰাজ্যৰ যি ভাবে মানুহৰ অন্তৰত খুন্দিয়াই আছে সিয়েই মানুহক সাংসাৰিক ক্ষেত্ৰতো আগবঢ়াই লৈ গৈ আছে। নিজৰ অন্তৰৰ সেই প্ৰেৰণাতে মানুহ সদায় দৌৰি আছে আৰু দৌৰি থাকিব। পৰমাত্মা বা ঈশ্বৰক জনা বা পোৱাৰ হেপাহৰ গুৰিতে

মানুহৰ সেই প্ৰেৰণাই কাম কৰিছে। পাৰ্থিব জগতত যিবিলাক কামৰ ফলত মানুহে নাঙঠা অঘৰী জীৱনৰপৰা আজিৰ অৱস্থালৈ আগবাঢ়িছে তাৰো কাৰণ সেই একে প্ৰেৰণাই। দিক্‌চক্ৰবালে আবৃত কৰি থোৱা এই মাটিৰ পৃথিৱীক বা তাৰো বাহিৰৰ অনন্ত কোটি সৌৰ জগতৰ ভিতৰত ক'ৰবাত মানুহৰ অভিযানৰ শেষ লক্ষ্য আছে বুলি মানুহে নিশ্চিতৰূপে জানিব পৰাহেঁতেন মানুহৰ এই অনাদি অনন্ত অভিযানেই সম্ভৱ নহ'লহেঁতেন। মানুহ তেতিয়া য'তে আছিল তাতে থাকিলহেঁতেন—আন জন্তুৰ দৰে; কিন্তু মানুহৰ অন্তৰত অনন্ত আৰু অসীমৰ অভিব্যঞ্জনাই খুন্দিয়াই আছে কাৰণেই মানুহে শাৰীৰিক জগতৰ কোনো সীমা ৰেখাকে স্বীকাৰ কৰা নাই। দিক্‌চক্ৰবালৰ সিপাৰে, সৌৰ জগতৰ সিপাৰে, নীহাৰিকাৰ অন্তৰালত দিগন্ত বিয়পি থকা আকাশৰো ওপৰত—"যতো বাচো নিবৰ্ত্ততে অপ্ৰাপ্য মনসা সহ—ন যতো সূৰ্য্য ভাতি ন চন্দ্ৰ তাৰকা"—মানুহে সৃষ্টিপাতনিৰেপৰা আজিলৈকে কিবা এটা বিচাৰি আছে,—অনন্ত কাললৈ বিচাৰি থাকিব।

মানুহৰ সীমিত বুদ্ধিৰে ইয়াক পাব বা বুজিব নোৱাৰে। ক্ষুৰধাৰ বুদ্ধিৰ বৈজ্ঞানিক আইনষ্টাইনে কৈছে :—"Intelligence makes clear to us the inter relation of means and ends. But mere thinking cannot give us a sense of the ultimate and fundamental ends."—"বুদ্ধিয়ে উপায় আৰু উদ্দেশ্যৰ ভিতৰত থকা সম্পৰ্ক আমাক পৰিষ্কাৰকৈ বুজাব পাৰে; কিন্তু কেৱল চিন্তাই আমাক চূড়ান্ত আৰু মূল লক্ষ সম্পৰ্কে কোনো ধাৰণা দিব নোৱাৰে।"

আত্মাৰ গভীৰতম প্ৰদেশত, আত্মাৰ স্বাভাৱিক ধৰ্মৰ বলত মানুহৰ এক অনিৰ্বচনীয় অনুভূতি হয়। এই অনুভূতিয়েই আধ্যাত্মিক জীৱনৰ, প্ৰকৃত ধৰ্ম জীৱনৰ, শুভ্ৰ নিৰ্মল জীৱনৰ আশ্ৰয়স্থল। এই অনুভূতিয়েই মানুহক মানুহ হ'বৰ কাৰণে প্ৰেৰণা যোগায়। কলম্বাচে

অজানা সাগৰত পাৰি দি যেনেকৈ আমেৰিকা আৱিষ্কাৰ কৰিছিল তেনেকৈ এক অজানা ৰাজ্যৰ অনুসন্ধানত মানুহৰ যি অভিযান সেই অভিযানৰ বাটত মানুহে বহুতো সম্পদ আহৰণ কৰিছে। মানুহৰ ইতিহাসত যি কৃতকাৰ্যতা আৰু ব্যৰ্থতা সি এই অনন্ত অভিযানৰ যাত্ৰীৰ কৃতকাৰ্যতা আৰু ব্যৰ্থতা। এই অজানা ৰাজ্যৰ অভিযানেই হৈছে মানুহৰ আধ্যাত্মিক জীৱন। এই অভিযানৰ বাটত এখোজ দোখোজকৈ আগবাঢ়ি যাওঁতে মানুহে যি কৰিছে বা যি পাইছে তাকে লৈয়ে মানুহৰ সাংসাৰিক জীৱন। এনেভাৱে চালে মানুহৰ জীৱনৰ মূলসূত্ৰ অবিচ্ছিন্ন। কেৱল ক্ষেত্ৰ বেলেগ। যেনে,— বিজ্ঞানৰ কাম প্ৰকৃতিৰ সত্য উদঘাটন, শিল্পকলাৰ উদ্দেশ্য সৃষ্টিৰ সৌন্দৰ্য আহৰণ, আধ্যাত্মিকতাৰ সাধনা সৃষ্টিৰ মূল ধৰ্ম সম্পৰ্কে অনন্ত জিজ্ঞাসা। সৃষ্টিৰ মূলভাৱ বা আধ্যাত্মিকতাৰপৰা বিজ্ঞান আৰু শিল্পকলাক সম্পূৰ্ণ বাদ দিব নোৱাৰি। বিজ্ঞান আৰু শিল্পকলাৰ পৰিপূৰ্ণতাৰ কাৰণেও আধ্যাত্মিকতাৰ প্ৰেৰণাৰ প্ৰয়োজন আছে। আধ্যাত্মিকতা আৰু অনন্ত জিজ্ঞাসাৰ ফলত সৃষ্টিৰ কেন্দ্ৰত কি ৰহস্য আছে মানুহে তাৰ সন্ধান পায়। আকৌ, বিজ্ঞান আৰু শিল্প তেতিয়াহে সৰ্বাংগসুন্দৰ আৰু মংগলময় হয় যেতিয়া আধ্যাত্মিক জগতৰ লগত তাৰ সংগতি ৰক্ষা হয়।

গান্ধীজীয়ে লিখিছে যে, যি ছবিখনে তাৰ পিছত থকা বিশ্ব-কলাকাৰৰ কথা মনত পেলাই দিয়ে, সিয়েই প্ৰকৃত কলাৰ সৃষ্টি। গধূলি ব্ৰহ্মপুত্ৰৰ বুকুত মাৰ যোৱা বেলিৰ বিনন্দীয়া সৌন্দৰ্যৰ ছবিখন দেখি কোনোবা দূৰ দেশলৈ মানুহৰ মন উৰা মাৰে,—সৃষ্টিকৰ্তাৰ ভাব মনলৈ আহে। বিশ্বকলাকাৰৰ সেই ছবিখন কাজেই কলাৰ শ্ৰেষ্ঠ অৱদান। আধ্যাত্মিকতা ভাব বৰ্জিত বিজ্ঞান পৃথিৱীৰ আৰু মানুহৰ সৰ্বনাশৰ কাৰণ হ'ব পাৰে। আধ্যাত্মিকতাৰ সম্পৰ্কহীন শিল্প-কলায়ো স্থূলতা বা পংকিলতাৰ সৃষ্টি কৰিব পাৰে। সেইহে বিজ্ঞান আৰু শিল্পকলাৰ লগত আধ্যাত্মিকতাৰ সংযোগ স্থাপন এই যুগৰ এটা

সৰ্বমুখ্য প্ৰয়োজন। সৃষ্টিৰ মূলত যি নীতি আছে, যি বিশ্ব আইনে সৃষ্টি নিয়ন্ত্ৰণ কৰিছে সেই নীতি আৰু আইনেই মানুহৰ জীৱনতো—শিল্পকলা আৰু বিজ্ঞানৰ ক্ষেত্ৰতো যেতিয়া কাম কৰে তেতিয়া সকলো নিৰানন্দ আৰু অশান্তিৰ কাৰণ দূৰ হয়। যেতিয়াই পৰম্পৰৰ ভিতৰত কোনো ঠাইত অসংগতি দেখা দিয়ে তেতিয়া অনৰ্থৰ কাৰণ ঘটে। তাল-মান আৰু সুৰ ভংগ হলে সংগীত যেনেকৈ দুঃখদায়ক হয়, তেনেকৈ সামঞ্জস্য, আনন্দ আদি সৃষ্টিৰ মূল সূত্ৰৰ লগত সংগতি নেথাকিলে বিজ্ঞান বা শিল্পৰ দিগ্‌বিজয়ী কামবপৰাও দুখ হ'বলৈ আছে। এখন বিতোপন উদ্যান, এটা ভালকৈ সজা অট্টালিকাৰ কাৰুকাৰ্য, চৰাঘৰৰ সাজ-সজ্জা আৰু এটা ভাল গান—এই আটাই-কিটাৰ মূলনীতি হৈছে সামঞ্জস্য আৰু সমতা। ইয়াৰ ভিতৰত তাল-মান-লয়ৰ কোনো মৌলিক পাৰ্থক্য নাই। ই অভিন্ন।

'আকাশৰ তাৰকাৰাশিৰ মাজত বিশৃংখল নঘটোৱাকৈ তুমি মাটিৰ পৃথিৱীৰ ফুল এটাও লৰাব নোৱাৰা'—

"Thou canst not stir a flower
without troubling of a star"

ফ্ৰেংকিচ টমচনৰ এই কবিতা ফাকিয়ে সৃষ্টিৰ মূল ঐক্যৰ কথাই কৈছে। ব্যক্তিগত জীৱনত, সামাজিক জীৱনত আৰু সকলো কামতেই কৃতকাৰ্যতা নিৰ্ভৰ কৰে এই মূলনীতিৰ উপলব্ধি আৰু ৰক্ষাৰ ওপৰত। কোনো এজন খ্যাতনামা বৈজ্ঞানিক কৈছে—"One of the most difficult of intellectual task is to maintain a sense of proportion".—"বুদ্ধিৰ সবাতোকৈ এটা টান কাম হৈছে ভাৰসাম্য ৰক্ষা কৰা।" কিন্তু টান হলেও এইটোৱেই মানুহৰ জীৱনৰ কৃতকাৰ্যতাৰ ৰাজ আলি। গীতাত 'সমাহিত' (Balanced) জনকে যোগী বুলি কৈছে—সমত্বৰ ওপৰত বিশেষ গুৰুত্ব দিছে। ভগবান বুদ্ধয়ো মধ্যপন্থাৰ কথাহে কৈছে। দাৰ্শনিক আৰু বৈজ্ঞানিক দুয়োৰে মত যে মানুহৰ জীৱনৰ পৰিপূৰ্ণতাৰ কাৰণে আৰু

দৰ্শন বা বিজ্ঞানৰ যি কোনো বিষয়তে প্ৰকৃততে নতুন সৃষ্টিৰ কিবা অৱদান দিব লাগিলে, নতুন কিবা উলিয়াব খুজিলে, ভাবৰ আৰু কৰ্মৰ ক্ষেত্ৰত সমতা ৰক্ষা কৰিবও পাৰিব লাগিব। কোনো উন্মাদনাৰ অৱস্থাত—ভাবৰ আতিশয্যাৰ ফলত মনৰ যি অৱস্থা হয়, সেই অৱস্থাত মৌলিক সৃষ্টি হ'ব নোৱাৰে। সেইদৰে, বিভিন্ন দিশৰ সমন্বয় কৰিব নোৱাৰিলে মানুহে সম্পূৰ্ণতাও নেপায়।. সমন্বয়ৰ অৰ্থ সৎ-অসৎ, ভাল-বেয়াৰ ভিতৰত আপোচ বা কোনো আদৰ্শৰ মাজামাজি অৱস্থা বুলি ভুল কৰিব নেলাগিব। সমন্বয় হৈছে সত্যৰেই বিভিন্ন দিশ বা অৱস্থাৰ লগত আপোচ ৰক্ষা। জগতৰ সকলো আপেক্ষিক সত্যৰ লগত সৃষ্টিৰ মূলগত সত্যৰ সম্পৰ্ক স্থাপন সমন্বয়ৰ উদ্দেশ্য। এনেকৈ সৃষ্টিৰ ভাৰসাম্য ৰক্ষা হয়। এনে ভাৰসাম্য ৰক্ষা কৰাৰ ওপৰতে জগতৰ আৰু জীৱৰ মংগল নিৰ্ভৰ কৰিছে। সেইকাৰণে যেতিয়া বিজ্ঞানৰ লগত আধ্যাত্মিকতাৰ সম্পৰ্ক নাই বুলি ভাবি মানুহে বিজ্ঞানৰ চৰ্চা কৰে তেতিয়া বহুতো অসম্ভৱ সম্ভৱ কৰিব পাৰে, কিন্তু জীৱনত শান্তি নেপায়। আকৌ যিসকলে বিজ্ঞানৰ-পৰা সৃষ্টি ধ্বংসকাৰী মাৰক অস্ত্ৰ ওলাইছে আৰু বিজ্ঞানৰ কৃতকাৰ্যতাৰ অহংকাৰে মানুহৰ ধৰ্মনিষ্ঠা আৰু নৈতিকতা কমাই পেলাইছে বুলি ভাবি কয় যে ধৰ্মইহে মানুহৰ একমাত্ৰ পৰিত্ৰাণৰ উপায় আৰু বিজ্ঞান বৰ্জনীয়, তেওঁলোকেও পৃথিৱীৰ অত্যাচাৰ অবিচাৰ বা মানুহ-জাতিৰ নানা দুখ-কষ্ট সমাধান কৰাৰ উপায় দিব নোৱাৰি, মানুহক মাজে মাজে ধৰ্ম বা ঈশ্বৰ সম্বন্ধেই সন্দিহান কৰি তোলে। এই কাৰণে বিজ্ঞান আৰু আধ্যাত্মিকতা এটা আনটোৰ পৰিপূৰক হিচাপে নললে সম্পূৰ্ণতা লাভ হ'ব নোৱাৰে। এটাক বাদ দি আনটোৱে মানুহক সম্পূৰ্ণৰূপে বুজিবও নোৱাৰে আৰু তেওঁৰ প্ৰয়োজনো পূৰাব নোৱাৰে।

শৰীৰ, মন আৰু আত্মা, ইয়াৰ এটাকো বাদ দি মানুহে যে সম্পূৰ্ণতা লাভ কৰিব নোৱাৰে ই এটা সাধাৰণ সত্য ; কিন্তু মানুহে

সময়ে সময়ে এই দেবতাকেইজনৰ একোজনৰ বেদীমূলত এনেকৈ ষোড়শপোচাৰে পূজা দিবলৈ আৰম্ভ কৰে যে আন কিজন দেৱতা ঈৰ্ষান্বিত আৰু বিতুষ্ট হৈ পৰে। শৰীৰ, মন, বুদ্ধিক বাদ দি আত্মাৰ আৰু আত্মাক বাদ দি শৰীৰ, মন, বুদ্ধিৰ পূজাৰ পৰিণাম মানুহৰ কাৰণে সৰ্বনশীয়া হৈ পৰে। আত্মা, মন, শৰীৰ আদি মানুহৰ বিভিন্ন দিশৰ প্ৰতিটোৰ বিষয়ে চিন্তা কৰা প্ৰয়োজন। পাৰ্থিব বিজ্ঞান বা আত্মাৰ বিজ্ঞানৰ বিভিন্নতা আৰু ব্যৱধান দূৰ কৰি, দুয়োৰে ভিতৰত সামঞ্জস্য স্থাপন কৰিব পৰাকৈ নতুন বিজ্ঞান সৃষ্টি কৰিব পাৰিলেহে, মানুহক সম্পূৰ্ণৰূপে বুজা যাব, পোৱা যাব। মানুহ তেতিয়াহে মানুহৰ চৰম লক্ষত উপনীত হ'ব পাৰিব আৰু প্ৰকৃত সুখ আৰু শান্তিৰ অধিকাৰী হ'ব। আধ্যাত্মিকতা আৰু বিজ্ঞানৰ সমন্বয় বা সামঞ্জস্য সাধনেই আজিৰ যুগৰ আহ্বান,—আগন্তুক যুগৰ ভৱিতব্যতা। এতিয়ালৈকে আধ্যাত্মিকতা আৰু বিজ্ঞান বিশেষ কেইজনমানৰ সাধনাৰ কথা হৈ আছে। আধ্যাত্মিকতা আৰু বিজ্ঞানৰ ক্ষেত্ৰও সম্পূৰ্ণ বেলেগ হৈ আছে। এনেহে প্ৰতীয়মান হৈ আছে যেন এটা আনটোৰ বিৰোধী।

আজিৰ আহ্বান আৰু ভবিষ্যতৰ প্ৰয়োজন হৈছে প্ৰথম— আধ্যাত্মিকতা আৰু বিজ্ঞান বিশেষ কেইজনমানৰ আচুতীয়া অধিকাৰৰ কথা বুলি নেভাবি সৰ্বজনৰ কাৰণে বুলি ল'ব লাগে ; দ্বিতীয়তে আধ্যাত্মিকতা আৰু বিজ্ঞানৰ গৱেষণাগাৰ বেলেগ হলেও দুয়োটাৰে সমন্বয় কৰিব পাৰিব লাগে। ইয়াৰ কাৰণে সৰ্বপ্ৰথমে মানসিক প্ৰস্তুতিৰ প্ৰয়োজন।

আমি জানো যে যোৱা কেইশমান বছৰত যন্ত্ৰৰ উন্নতিয়ে পশ্চিমৰ সভ্যতা-সংস্কৃতিৰ গঢ়, অৰ্থনৈতিক ভেটি চিনিব নোৱাৰাকৈ বদলি কৰি দিছে ; কিন্তু এই পৰিৱৰ্তনৰ অন্তৰালত আছিল ইউৰোপৰ মানুহৰ মনৰ নতুন জাগৰণ। লুইচ্ মামফৰ্ডে তেখেতৰ 'টেকনিক্ এণ্ড চিভিলাইজেচন' নামে কিতাপত এই সম্পৰ্কে আলোচনা কৰি

লিখিছে যে : Behind all the great material inventions of the last century and a half there was not merely a long internal development of technics, there was also a change of mind. Before the new Industrial Processes could take hold on a great scale, a reorientation of wishes, habits, ideas, goals was necessary."—"যোৱা ডেৰশ বছৰৰ ডাঙৰ ডাঙৰ পাৰ্থিৱ আৱিষ্কাৰবিলাক কেৱল মাথোন কাৰিকৰী বিদ্যাৰ বহুদিনীয়া আভ্যন্তৰীণ উন্নয়নৰ কাৰণেই হ'ব পৰা নাছিল ; তাৰ পিছত মনৰো পৰিৱৰ্তন আছিল। নতুন শিল্প পদ্ধতিৰ ব্যাপক প্ৰয়োগৰ আগতে হাবিয়াস, অভ্যাস, ধাৰণা আৰু উদ্দেশ্য নতুনকৈ ৰূপ দি সঞ্জীৱিত কৰাৰ প্ৰয়োজন আছিল।"

ইউৰোপত বিজ্ঞান আৰু যন্ত্ৰশিল্পৰ ক্ষেত্ৰত এই কথাটো এদিন যেনেকৈ খাটিছিল, আজি আমাৰ দেশত বিজ্ঞান, যন্ত্ৰ আৰু শিল্পৰ ক্ষেত্ৰত তেনেকৈয়ে খাটিব। দেশৰ মানুহৰ মাজত ব্যাপকভাৱে মানসিক জাগৰণ নহলে, বিজ্ঞান আদিৰ ক্ষেত্ৰত বিশেষ কৃতকাৰ্যতা লাভ কৰা সম্ভৱ নহ'ব। আমাৰ দেশত বা আমাৰ অৱস্থাত থকা অন্য দেশত বিজ্ঞান বা শিল্পাদিৰ উন্নতিৰ প্ৰাথমিক সৰ্ত্ত হিচাপে মানসিক জাগৃতিৰ আজি যি প্ৰয়োজন, আধ্যাত্মিকতা আৰু বিজ্ঞানৰ সমন্বয়ৰ কাৰণে তাতোকৈ হেজাৰ গুণে গভীৰভাৱে সমগ্ৰ পৃথিৱীৰ মানুহৰ মনত অনুভূতি আৰু আকাংক্ষা জাগিব লাগিব।

বিজ্ঞানৰ প্ৰত্যক্ষ কামৰপৰাই আমি বৈজ্ঞানিকসকলৰ কৃতকাৰ্যতাৰ প্ৰমাণ পাওঁ। সেইদৰে আধ্যাত্মিক জগতত সিদ্ধি লাভ কৰা মহাত্মাসকলৰ কথাও আমি শুনিছোঁ। শৰীৰ থকা বস্তুবিলাক আমি যেনেকৈ আমাৰ চকুৰে দেখো তেনেকৈ প্ৰত্যক্ষভাৱে বিশ্বৰ কেন্দ্ৰৰ নিগূঢ় সত্য দৰ্শন কৰা সত্যদ্ৰষ্টা ঋষি আগতে আছিল ; সংখ্যাত কম হয়নে নহয়, ক'ব নোৱাৰো, কিন্তু ই নিশ্চিত যে আজিও আছে। কিন্তু ই সদায়েই ব্যক্তিগত সাধনাৰ কথা হৈ আছে। আধ্যাত্মিকতা

সমাজ বিজ্ঞান হিচাপে চৰ্চা হৈছে বুলি ক'ব নোৱাৰি। সাধাৰণৰ সমাজত ধৰ্মৰ অনুষ্ঠানবিলাকেহে প্ৰভাৱ কৰি আহিছে। আনুষ্ঠানিক ধৰ্মই মানুহৰ সামাজিক আৰু সাংস্কৃতিক প্ৰয়োজন পূৰণ কৰিছে, মানুহৰ নৈতিক মানদণ্ডও ওখ কৰি ৰাখিবলৈ চেষ্টা কৰিছে; কিন্তু ভূগোল, ইতিহাস, ৰাজনীতি, শিল্পকলাৰ ক্ষেত্ৰত বিভিন্নতা, বিচিত্ৰতা, একদেশদৰ্শীতা আদি দোষ-গুণ থকাৰ দৰে, আনুষ্ঠানিক ধৰ্মতো এই সকলো থকাটো স্বাভাৱিক। সেইকাৰণে, আনুষ্ঠানিক ধৰ্মই সৃষ্টিৰ মূলঐক্য বা অখণ্ডতাৰ ওপৰত মানুহ সমাজ ৰচনাত বিশেষ সহায় কৰিব পৰা নাই। বিশ্বৰ সকলোৰে ভিতৰত আত্মাৰ যি যোগসূত্ৰ—আত্মাৰ ৰাজ্যৰ যি সীমাহীন অবিচ্ছিন্নতা, সেই সম্পৰ্কে ধৰ্মৰ লৌকিক প্ৰথাবিলাকে মানুহৰ মনত যথেষ্ট আলোড়ণ কৰিব পৰা নাই। সেয়েহে আজি বিভিন্ন ধৰ্মৰ চলন্তি পূজা-পাৰ্বন আদি অনুষ্ঠানৰ আভৰণ-অলংকাৰৰপৰা, দেশ-কাল-সমাজৰ কৃত্ৰিম ৰীতি নীতি প্ৰথা বা দস্তুৰবিলাকৰ বিভেদমূলক শক্তিৰপৰা, মানুহৰ নানা প্ৰকাৰৰ দুৰ্বলতা আৰ সাংসাৰিক লাভ-লোকচান, দেনা-পাওনাৰ সম্পৰ্কৰপৰা, ধৰ্মক মুক্ত কৰিবলৈ সকলো ধৰ্মৰ আত্মাস্বৰূপ আধ্যাত্মিকতাৰ ওপৰত জোৰ দিবৰ অতীব প্ৰয়োজন হৈছে।

বিশ্বমানৱৰ মিলনৰ একমাত্ৰ যোগসূত্ৰ হৈছে: আধ্যাত্মিকতা আৰু বিজ্ঞানৰ সাৰ্বজনীনতা। মানুহ হিচাপে মানুহৰ পৰিপূৰ্ণতা লাভৰ কাৰণে আজিৰ যুগৰ ইয়েই বীজমন্ত্ৰ!

---

# ভুল শুধৰণী

| পৃষ্ঠা | শাৰী | ভুল | শুধৰণী |
|---|---|---|---|
| পাতনি | | ব্ৰাউল | ব্ৰাউন |
| ১ | ১৭ | গম্ভীৰতাত | গম্ভীৰ |
| ১ | ২৩ | কৰ্মক্ষেত্ৰত | কৰ্মক্ষেত্ৰতকৈ |
| ৩ | ১১ | অন্তঃসলীলা | অন্তঃসলিলা |
| ৫ | ২১ | অধিকাৰ | অধিকাৰৰ |
| ৭ | ১৮ | যেতিয়া আৰু | যেতিয়া সামাজিক আৰু |
| ১০ | ৩ | নতুনকৈ হোৱা | নতুনকৈ স্বাধীন হোৱা |
| ১৩ | ১ | এখন | দুখন |
| ১৪ | ১৩ | যেনে | কপট |
| ১৪ | ১৩ | লোৱাৰ মনোভাৱ | লোৱাৰ যি মনোভাৱ |
| ১৪ | ১৩ | তাত | তাক |
| ১৪ | ১৩ | বাস্তববাদী বুলি | বাস্তববাদী কূটনীতি বুলি |
| ১৫ | ১৬ | blowing | plowing |
| ১৭ | ১ | কিউৰ | কিঙ্ৰ |
| ১৭ | ১৪ | কিউচৰ | কিঙ্ৰ |
| ১৮ | ১২ | শোষণত | শোষণৰ |
| ১৮ | ১৩ | সুযোগ-সুবিধাই | সুযোগ-সুবিধা |
| ১৮ | ১৩ | যদি আত্মৰক্ষা কৰিব পাৰে যদি | যদি |
| ১৮ | ১৪ | বিশ্ব মানুহৰ | বিশ্বৰ মানুহৰ |
| ১৯ | ৫ | বৰঙণি | বৰঙনি |
| ২৫ | ৯ | কাৰ্য | অন্তৰায় |
| ২৬ | ১৩ | পাৰৰ | পাৰত |
| ২৬ | ২২ | ৮০ কোটি | ৮০ বিলিয়ন (৮০০০ কোটি) |
| ২৭ | ১ | বাৰোল | বেৰেল |

| পৃষ্ঠা | শাৰী | ভুল | শুদ্ধৰণী |
|---|---|---|---|
| ২৭ | ৬ | পানীবপৰা | পানীৰপৰা পোৱা যায়। |
| ২৭ | ৭ | পোৱা শক্তিৰ | শক্তিৰ |
| ৩১ | ১৮ | পৰিমাণৰ পাৰ্থক্য আছে। সেই দিনতো প্ৰাকৃতিক সুযোগ থকা | সেই দিনতো প্ৰাকৃতিক সুযোগ থকা |
| ৩২ | ৯ | লোকে সকলো | সকলো লোকে |
| ৩২ | ১১ | আগবঢ়া সাধাৰণ | আগবঢ়া যদিও বা সাধাবণ |
| ৩৬ | ৫ | যোৱা | চোৱা |
| ৩৭ | ১৫ | বলীষ্ঠ. | বলিষ্ঠ |
| ৪০ | ২৫ | দি | দিয়াৰ |
| ৪৭ | ৫ | বঙালী | ৰাঙলী |
| ৪৭ | ১৬ | ৰঙালীও | বাঙলীও |
| ৬৪ | ১৯ | সকলো | আনফালে, সকলো |
| ৬৪ | ১৯ | ৰাজনীতিয়ে | ৰাজনীতিয়েও |
| ৭৪ | ১৭ | ফেংকিচ টমচন | ফ্ৰেঞ্চিচ টমচন |
| ৭৭ | ১৭ | শিল্পাদিৰ উন্নতিৰ | শিল্পাদিৰ ক্ষেত্ৰত উন্নতিৰ |